AJI MOR MON, a Collection of short-stories written by Sree Keshab Saikia, M.A, and published by Nabin Prakasan, Golaghat, Assam.

প্ৰকাশক ঃ শ্ৰীমোহন লাল লড়িয়া
নবীন প্ৰকাশন, গোলাঘাট

প্ৰথম প্ৰকাশ ঃ আগষ্ট, ১৯৬৮

প্ৰচ্ছদপট ঃ বেণু মিশ্ৰ

মুদ্ৰণ ঃ শ্ৰীগুৰু প্ৰেছ
গুৱাহাটী ১১

মূল্য ঃ ২·৫০ টকা

## মোৰ ক'বলগীয়া

'আজি, মোৰ মন'ৰ সৰহ সংখ্যক গল্পই গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত থকা সময়তে ৰচনা কৰা, অৰ্থাৎ, প্ৰায়বোৰ গল্পই ১৯৬৪, ৬৫, ৬৬ চনৰ আগে-পিচে ৰচিত।

'আজি, মোৰ মন'ৰ প্ৰকাশৰ ভাৰ ল'লে মোহন লাল লড়িয়াই। তেওঁক মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। শ্ৰীগুৰু প্ৰেছে ততাতৈয়াকৈ কিতাপখন উলিয়াই দিয়াৰ বাবে, বিশেষকৈ নিত্যানন্দ তামূলী, এম-এ দেৱে 'আজি, মোৰ মন'ৰ যত্ন লোৱাৰ বাবে তেওঁলোকৰ ওচৰত মই ঋণী।

আৰু এটা কথা, 'আজি, মোৰ মন' মোৰ প্ৰথম গল্প সঙ্কলন—তাকেই আপোনালোকৰ হাতত তুলি দিবলৈ পাই মোৰ মন আনন্দেৰে ভৰি উঠিছে। আশা ৰাখিছোঁ,—আপোনালোকৰপৰা মই অনুপ্ৰেৰণাই পাম। অধিক নাই। ইতি—

কেশৱ শইকীয়া
অধ্যাপক, নন্দনাথ শইকীয়া কলেজ
পোঃ অঃ তিতাবৰ ( অসম )

প্ৰীতি আৰু শুভেচ্ছাৰে
দিলীপ শৰ্মাৰ হাতত

মৰমৰ শৰ্মা, 'আজি মোৰ মন'ত পৰিছে আপোনালৈ। হিল্‌চাইড্‌, শান্তিপুৰৰপৰা ভৰলুমুখ আৰু ভৰলুমুখৰপৰা গুৱাহাটীৰ বিভিন্ন ঠাইত মাজে-সময়ে ফুৰোঁতে আপুনি প্ৰায়ে গল্প, সংবাদপত্ৰ অথবা সেই প্ৰসঙ্গৰ কথাকে কৈছিল। তদুপৰি, 'আজি, মোৰ মন'ৰ জন্মৰ কাহিনী-টোও আপুনি জানে। এতিয়া আপোনাৰ আৰু মোৰ মাজত অনেক কিলোমিটাৰৰ ব্যৱধান। এই ব্যৱধানেই যে এসময়ত মনৰ ব্যৱধান নহ'বগৈ সেইকথা ন-দি ক'ব নোৱাৰি। তথাপিও আপোনাৰপৰা পোৱা উদ্‌গনি, আপোনাৰপৰা পোৱা অনুপ্ৰেৰণাৰ কথা পাহৰিম কেনেকৈ?

'আজি, মোৰ মন' আপোনাৰ হাতেতেই অৰ্পণ কৰিলোঁ। ইতি—

গোলাঘাট — আপোনাৰ
১৭।৮।৬৮ — কেশৱ শইকীয়া

## ॥ বগা মদাৰ ॥

সূৰ্য্যৰ শেষ কিৰণৰ ৰঙচুৰা বোলবোৰ গছৰ ডালে পাতে সিঁচৰিত হৈ পৰিছে। দুপৰীয়া আকাশৰ চেৰ্‌চেৰীয়া ৰ'দজাক নাই। আবেলি হৈ অহাৰ সগে লগেই ক্ৰমে সি ম্লান হৈ আহিল। উত্তাপবোৰ লাহে লাহে কমি গ'ল। সোণাৰু আৰু মদাৰ কেইজোপাত আবেলিৰ শেষ কিৰণে ছুই গৈছে। সোণাৰুৰ হালধীয়া আৰু মুদাৰৰ ৰঙা-বগা ফুলবোৰ এতিয়া নাই। শেষ হৈ গ'ল কেতিয়াবাই। এতিয়া শৰৎ কাল। ঋতুৰাণী শৰৎ। বৰ্ষাৰ ক্ৰন্দনমুখৰ আকাশ এতিয়া মুকলি। বহুত বেদনা আঁতৰাই আকাশখন যেন নীলা হৈ ৰৈ গৈছে।

শৰৎ আকৌ আহিল। এটা বছৰৰ বিৰতিৰ পাচত এয়া নতুন শৰৎ। আকাশকুসুম যাৰ অংশুক, বিকশিত যাৰ বদন, উন্মত্ত হংস কাকলি যাৰ নুপূৰ-ধ্বনি, ঈষৎ পকা শালিধান যাৰ দেহলতিকা সেই শৰৎ।

অৰূপে বাহিৰৰ পৃথিৱীখন চাই তন্ময় হৈ চাই ৰৈছিল। প্ৰকৃতিৰ লগত মানুহৰ চিৰন্তন যোগসূত্ৰ কাহানিও হেৰাব নোৱাৰে। সি ভাবিলে। প'ৰ্টিকৰ মুকলি কোঠাটোতে সি বহি ৰল। অনেক দিন সি এইদৰেই বাহিৰৰ মুকলি কোঠাটোতে বহি বহি কটাই দিছে। সন্মুখৰ সোণাৰু আৰু মদাৰ কেইজোপা সি সদায়েই দেখি আহিছে। সূৰ্য্যৰ শেষ কিৰণৰ ৰঙচুৰা বোলবোৰে শেষ চুমা আঁকি যোৱা পাতবোৰ দেখি তাৰ আজি নতুনকৈ ভাল লাগি গ'ল। এই নিয়মেৰেই পৃথিৱী চলি আহিছিল, চলি আহিছে, চলি থাকিব। এই কথা অৰূপে যেন আজি নতুনকৈ উপলব্ধি কৰিলে।

সি মানুহ। মানুহৰ জন্ম হয়। কোনেও তৈয়াৰী কৰি মানুহ সাজিব নোৱাৰে। সি জন্ম লৈছিল। সেইবাবে সিও এদিন আঁতৰি যাব লাগিব। সৌ সোণাৰুজোপা বুঢ়া হ'ব। এদিন মৰি শুকাই যাব। এতিয়াৰ নিচিনাকৈ তাত আৰু ডাল-পাতবোৰ নাথাকিব। তাৰ ঠাইত হয়তো গজি উঠিব এজোপা নতুন সোণাৰু। কিন্তু আকাশৰ সৌ ৰং, সূৰ্য্যৰ এই ৰশ্মি, পৃথিৱীত এই পোহৰ সদায়েই থাকিব। শৰৎ বছৰে বছৰে আহিব। হাজাৰ বসন্ত, হাজাৰ বৰষা পাৰ হৈ যাব। অৰূপ বুঢ়া হ'ব। নীলিমা আঁতৰি যাব। মৃত্যু হ'ব মল্লিকাৰ। মৃত্যু হ'ব সকলোৰে। আকাশৰ সতে মানুহৰ এয়া গভীৰ ব্যৱধান।

কথাবোৰ ভাবি ভাবি অৰূপৰ কিবা লাগি গ'ল। বহি বহিও তাৰ অসহ্য লাগি গৈছে। নীলিমাৰ কথা সি ভাবিলে। সি জানে নীলিমা এইমাত্ৰ বাহিৰলৈ ওলাই আহিব। আহিয়েই তাক দেখি কব—"দাদা! অকলশৰে তই বাহিৰতে বহি আছ! মই আজি আহিলোঁ। ইমান দেৰি ক'ত আছিলি? তোৰ কথাবোৰ গম পায়েই মই আহিছোঁ। এতিয়া আৰু তই ওলাই নাযাবিদেই। বহুত কথাকেই তোক কবলগীয়া আছে।"



নীলিমাক সি ভালদৰেই জানে। একমাত্ৰ ভনী নীলিমাক সি সৰুৰেপৰাই চিনি আহিছে। সি তাইক মৰম কৰেও খুব বেচি। সেইবাবেই তাৰ ওচৰত নীলিমাৰ কোনো সঙ্কোচ নাই। খুব সহজেই তাই তাৰ ওচৰত কথাবোৰ কয়। স্বাভাৱিক হুলস্থুলীয়া স্বভাৱ এটা তাইৰ আছে। এইটো কিন্তু ঠিক, স্বাভাৱিক হুলস্থুলীয়া স্বভাৱৰ নীলিমাই তাক এতিয়া বিব্ৰত কৰি নোতোলে। এনেকুৱা সময়, এই মুহূৰ্ত হুলস্থুল কৰাৰ সময় নহয় বুলি জানো স্নাতকোত্তৰ মহলাৰ ছাত্ৰী এজনীয়ে বুজিব নোৱাৰিব? হুলস্থুলীয়া হ'ল বুলিও ইমানকণ সচেতনতা থকা তাইৰ দৰ্কাৰ। বিশেষকৈ এই পৰিস্থিতিত।

ৰাজু এইমাত্ৰ ওলাই গৈছে তাৰ ক্লাৰ্ষেদিয়েই? গধূলিৰ সময়ত সি অকণমান ফুৰি আহেগৈ। সি অৰূপৰ সৰু ভাই। নীলিমাতকৈও সৰু। নীলিমাজনীতকৈ সি অলপমান গহীন। খুব অভিমানী নীলিমাজনী, সামান্য কথাতেই তৰ্কাতৰ্কি লাগি ভাত নোখোৱাকৈ থাকে। আনকি ভায়েক ৰাজুৰ লগতো। অভিমানতে কাকো নমতাকৈও থাকে। অভিমান কাটি যোৱাৰ পাচতেই হয়তো শান্ত হৈ পৰিব। হৈ পৰিব আগৰ নীলিমাজনী। উৰুঙা উৰুঙা লগা ঘৰখন তায়েই সজীৱ কৰি ৰাখে। পৰ্বতৰপৰা নামি অহা জুৰিটিৰ দৰেই তাই সৰস। সেইজনী ছোৱালী এদিন গাভৰু হ'ল। এদিন বি. এ. পাছ কৰিলে। এতিয়া স্নাতকোত্তৰ মহলাৰ ছাত্ৰী।

অৰূপে মনে মনে হিচাব কৰি দেখিলে যে সি ইমান দিনে এম. এ. পাছ কৰি কোনোবা কলেজত অধ্যাপনা কৰি থাকিব লাগিছিল। কিন্তু নহ'ল। একো নহ'ল। জীৱন যুজত ক্লান্ত হৈ আকৌ ঘৰলৈকে ঘূৰি আহিল। জীৱনটোৰ লগত এনেকৈ ধেমালি কৰি কি লাভ হ'ল বাৰু তাৰ?

লাহে লাহে গধূলি হৈ আহিছিল। সূৰ্য্যৰ পাণ্ডুৰ ৰং লাহে

লাহে হৈ গ'ল ধূসৰ। মদাৰ আৰু সোণাৰু কেইজোপাৰপৰা কেতিয়ানো সূৰ্য্যৰ কিৰণ আঁতৰি গ'ল অৰূপে গমেই নাপালে। এটা ব্যস্ত দিন শেষ হৈ গ'ল। ৰাতিটো শেষ হৈ যোৱাৰ পাচত আকৌ নতুন যাত্ৰা আৰম্ভ হ'ব। অৰূপক পিচ পেলাই থৈ যেন পৃথিৱীৰ সকলোবিলাক আগবাঢ়ি গ'ল। নীলিমাজনী আছিল সৰু। ফ্ৰক পিন্ধা। তেতিয়া তাই ছাগলী পোৱালীৰ দৰে জঁপিয়াই জঁপিয়াই ঘূৰি ফুৰিছিল। ওচৰ-চুবুৰীয়াৰ ঘৰে ঘৰে লিচু, কৰ্দৈ, জলফাই, টেঙা বিচাৰি ফুৰিছিল। সেইজনী ভনীয়েকেও তাক পিচ পেলাই থৈ স্নাতকোত্তৰ মহলা পালেগৈ। এতিয়া নীলিমাই সাহসেৰে তাক বহুত কথা ক'ব পৰা হ'ল। উপদেশো দিব জনা হ'ল। তথাপি নীলিমা নীলমাই—তাৰ ভনী।

লাহে লাহে ঠাণ্ডা পৰিছিল। অৰূপেও ঠাণ্ডা অনুভৱ কৰিলে। গাত থকা কামিজ আৰু ট্ৰাউজাৰটোৱে ঠাণ্ডাক বাধা দি ৰাখিব নোৱাৰিলে। নিজৰ ৰূমলৈ সোমাই গৈ সি এৰীয়া চাদৰখন উলিয়াই আনিলে। এৰীয়া চাদৰখন মেৰিয়াই ললে। সন্মুখৰ ফিল্ডখন নিস্তব্ধ হৈ শুই আছে। কোনো নাই। ফিল্ডখনতে তাৰ এপাক ঘূৰি আহিবৰ মন গ'ল। ঘৰত থাকিলে গধূলি সময়কণ সি ফিল্ডখনতে ঘূৰি ঘূৰি কটাই দিয়ে। চহৰৰ স্কুলস্কুলৰ মাজলৈ যোৱাতকৈ তাৰ এই শান্ত মুকলি ফিল্ডখন বেচি ভাল লাগে। ফিল্ডখনতে ঘূৰি-ফুৰি সময়বোৰ খুব ভাল ধৰণে কটাই দিব পাৰে অৰূপে।

ষ্ট্ৰীট লাইটবোৰ জ্বলি উঠিছে। দূৰত সেয়া ধোঁৱা বৰণীয়া অস্পষ্ট পোহৰ। গছবিলাকৰ অস্তিত্ব মাথোন অনুভৱ কৰিব পাৰি। শিলৰ মূৰ্তিৰ দৰে গছবোৰ থিয় দি আছে। বতাহ নাইকিয়া নিৰ্মল বতৰ। জোন ওলাবলৈ আৰু অলপ সময় বাকী। আজিৰপৰা দুদিনৰ আগতে পূৰ্ণিমা হৈ গৈছে। অৰূপে আকাশ-

আজি, মোৰ মন



খনলৈ চালে। শৰতৰ নীলা আকাশ। তৰাবোৰে আকাশত দীপালী পাতিছে। আৰু অলপ সময়ৰ পাচতেই নীলা আকাশখনক এমুঠি জোনাকে ওপচাই পেলাব। আকাশলৈ চাই চাই জীৱনানন্দ দাসৰ এযাৰি কবিতা সি শব্দ কৰি গালে। "আকাশে ছড়ায়ে আছে শান্তি হয়ে আকাশে আকাশে," আকাশৰ অন্তহীন নীলিমাৰ দিগন্ত বিস্তৃত প্ৰসাৰৰ ছবি মাত্ৰ এটা লাইনতে নিখুঁতভাৱে ফুটাই তোলা এই কবিতা ফাঁকি—আকাশখনলৈ চালেই মনলৈ আহে। আৰু? আৰু বহুত কথাই মনলৈ আহে।

সৌ আকাশ, সেই তৰাবোৰ? সৌ ঘৰ, এই মাটিৰ গন্ধ অৰূপৰ জন্মৰপৰাই চিনাকি। এনেকুৱা কত সন্ধ্যা অৰূপে সেই গছ-জোপাৰ তলতে কিমান দিন কটাই দিছিল। সেয়া মাত্ৰ দুবছৰ আগৰ কথা। সেইবিলাক কথা ইমান সোনকালে অৰূপে পাহৰিব নোৱাৰে। লুকাই যাব খোজা হাজাৰ স্মৃতিয়ে অৰূপক বিজিয়াই মাতিলে। মাতিলে, হাত বাউল দি।

অৰূপ তেতিয়া কলেজৰ ছাত্ৰ। তাৰ বলিষ্ঠ দেহৰ অঙ্গে অঙ্গে যৌৱনৰ শোভা। সেই যৌৱনক সাক্ষী কৰি লৈয়েই সি ভাল পাই পেলালে এজনী ছোৱালীক। মল্লিকাক। এই ফিল্ডখন পাৰ হৈ গৈ মেছটোৰ সিফালে থকা ঘৰখনেই মল্লিকাহঁতৰ। কিয় জানো ভাল লাগি গ'ল সেই ছোৱালীজনীক। যিজনী ছোৱালীৰ বৰ্ণনাতীত ৰূপ নাই, বৰ্ণনাতীত গুণ নাই, কথা কয় খুব কম, কেতিয়াবা ক'লেও তৃতীয় ব্যক্তিয়ে শুনিব নোৱাৰাকৈ কয়; নিষ্প্ৰাণ কাঠৰ পুতলাৰ দৰেই যেন ছোৱালীজনী নিৰ্বাক। ধীৰ, স্থীৰ, শান্ত আৰু নম্ৰ ছোৱালীজনী; আৰু সেইখিনিয়েই গুণ। কোনো আড়ম্বৰ নাই, কোনো বেজাৰো নাই, যেন কোনো আনন্দও নাই! সেই ছোৱালী-জনীকেই সি হঠাতে ভাল পাই পেলালে। ভালপোৱা যেতিয়া গভীৰ হ'ল তেতিয়াই ঘৰে তাক অস্বীকাৰ কৰিলে। ঘৰৰ কথা কিন্তু সি

মানি নললে । সি দৃঢ় প্ৰতিজ্ঞ হ'ল মল্লিকাক পাবৰ কাৰণে । ঘৰৰে সৈতে মনোমালিন্য ঘটাত সি ঘৰৰপৰা বাহিৰ হৈ গ'ল আৰু মোমায়েকৰ আশ্ৰয়ত থাকি পঢ়িম বুলি ঠিক কৰিলে । মোমায়েকে আশ্ৰয় দিলে । নীলিমাজনীৰ হাজাৰ কান্দনেও তাক বিচলিত কৰিব নোৱাৰিলে । তাৰ পিচৰেপৰাই মল্লিকাৰ ঘৰলৈ অহাৰ তাৰ সুবিধা হ'ল । সহজ হৈ গ'ল । সৌজোপা গছ আজিও সাক্ষী আছে । সৌখন আকাশ আজিও সাক্ষী আছে ।

অৰূপে খোজ দি দি গছজোপাৰ তল পালেহি । 'বনলতা সেন'ৰ অনুপম পংক্তিবোৰ তাৰ এতিয়াও মনত পৰে এই গছজোপাৰ তললৈ আহিলেই । মল্লিকাৰ লগত প্ৰথমে চিনাকি হওঁতেই সি 'বনলতা সেন' আবৃত্তি কৰিছিল । তাৰ পাচত মল্লিকাক উদ্দেশ্য কৰিয়েই সি কত দিন 'বনলতা সেন'ৰ অসমীয়া অনুবাদ কৰি কৈছিল ঃ "হাজাৰ হাজাৰ বছৰ ধৰি যেন মোৰ অশান্ত আত্মা বাট-কুৰি বাই আহি আছে—সিংহল, সমুদ্ৰৰপৰা নিশাৰ মালয় সাগৰলৈকে । বিম্বিসাৰ, অশোক ধূসৰ জগতখনত মযেই যেন অনেক দিন ধৰি আছিলোঁ । অনেক দিন ধৰি ঘূৰি ফুৰিছিলোঁ স্মৃতিৰ আঁৰত লুকোৱা বিদৰ্ভ নগৰীত । এই অবিচ্ছিন্ন যাত্ৰাই যেতিয়া মোৰ অম্বৰী আত্মাকো ক্লান্ত কৰি তুলিলে তেতিয়া এজনী অনুপমা নাৰীৰ মেখেলাৰ পাতলিত অযুত তৰা জিলিকি উঠিল । মোৰ চাৰিওফালে যেতিয়া জীৱনৰ সাগৰ ফেনে-ফোটোকাৰে উপচি পৰিল—তেতিয়াই কোনো আশ্চৰ্য্য মুহূৰ্তত দিক্‌ভ্ৰষ্ট নাৱিক হঠাৎ দালচেনি গছেৰে ভৰা সেউজীয়া দ্বীপ আবিষ্কাৰ কৰাৰ দৰেই মই আবিষ্কাৰ কৰিলোঁ......।"

অৰূপে জানে, এইবিলাক কথা নাভাবোঁ বুলি থাকিলেও ভাবিব লগীয়া হয় । ভাবিবলৈ বাধ্য । মানুহৰ জীৱনলৈ একোটা মুহূৰ্ত আহে যি মুহূৰ্তত মাথোঁ এৰি থৈ অহা সেই স্মৃতিবিলাকেই সঁচা হৈ ৰয় । ভৱিষ্যতৰ কথা ভাবিলেই অতীতক সুঁৱৰি চাব



লগীয়া হয় । সময়ত সেই অতীতেই ভৱিষ্যতৰ পথ নিৰ্ণয় কৰে ।

মনেখন্দা পুখুৰীৰ পানী হেনো মানুহে খাবলৈ নাপায় । এয়া মানুহৰে কথা । কথাষাৰ অৰূপেও ভাবিলে । সিও নাপালে । মল্লিকাৰ লগত ইমান দিনে চলি অহা প্ৰেমো সপোন হৈ ৰ'ল অৰূপৰ বাবে । সেই সপোনৰ সোঁৱৰণিৰ বাদেতো অৰূপলৈ আৰু একো বাকী নাথাকিল । প্ৰেমত আস্থা নথকা লোকক সি এদিন গৌৰৱেৰেই কৈছিল—মই জয়ী হম । কিন্তু তাৰ সকলো গৌৰৱ, সকলো অহঙ্কাৰ এদিন চূৰ্ণ হৈ গৈছিল—যিদিনা সি মল্লিকাৰ বিয়াৰ বতৰাটো শুনিছিল । সেইদিনা তাৰ পৃথিৱীখনকেই তেনেই মাটি মাটি যেন লাগিছিল । আস্থা হেৰুৱাই পেলাইছিল—জীৱনৰ প্ৰতি । কিন্তু লাহে লাহে কথাবিলাক যিমান দ'কৈ ভাবিবলৈ ললে সিমানেই তাৰ মল্লিকাক এটা সপোনৰ দৰেই লাগিছিল । সুখৰ সপোন এটা দেখি বাস্তৱলৈ ঘূৰি অহাৰ পাচত সেই সপোনক কোনেও আদৰ কৰি লব নোৱাৰে । লব খোজাটোও ভ্ৰান্ত ধাৰণা । শূন্য ৰভাতলীৰ শোকাৰ্ত অৱসাদেৰে যেন অৰূপৰ মনটো ভৰি পৰিল ।

মল্লিকা আহিছিল—আঁতৰি গৈছে । অৰূপৰ দৰে কিমানৰ জীৱনলৈ কতজনী মল্লিকা আহি গুচি গৈছে তাৰ হিচাব ৰাখিছে কোনে ? আবেগক কোনেও বান্ধি ৰাখিব নোৱাৰে । ভাল-পোৱাটো এটা আবেগ মাত্ৰ । আবেগ এটা কম্পন । সেই কম্পন তেনেই ক্ষণস্থায়ী । লাহে লাহে সি নাইকিয়া হৈ যাব । আবেগৰ বশবৰ্তী হৈয়ে সি এদিন 'বনলতা সেন' আবৃত্তি কৰিছিল । দেৱকান্ত বৰুৱাৰ 'কলং পাৰত মাজনিশা' আওৰাইছিল । কিন্তু আজি সেই-বিলাক অৰ্থহীন । যি মল্লিকাই নিৰ্ভয়ে তাক এদিন কৈছিল—"মই থাকি যাম তোমাৰ বাবেই । কেতিয়াবা তুমি গুচি গ'লেও তোমাৰ সোঁৱৰণিবোৰেই মোৰ জীৱনৰ পাথেয় হৈ ৰব । সেই মল্লিকাই

তাক দেখিলে হয়তো চকুলো টুকি দেখুৱাব। তাতকৈ আৰু কি বেচি কৰিব পাৰিব, বাৰু মল্লিকাই ?

জোনটো লাহে লাহে ওলাই আহিছে। উজ্জ্বল বগা পোহৰে পৃথিৱী পোহৰাই তুলিছে। নিস্তেজ, সেমেকা যেন লগা জোনটোলৈ চাই চাই অৰূপে ভাবিলে—জোনতো কলঙ্ক আছে। মল্লিকাৰ এই ভুল তেতিয়া হ'লে কিয় সি ক্ষমা কৰি দিব নোৱাৰিব? জোনৰ নিজা পোহৰ নাই। সূৰ্য্যৰ সহায় লৈহে জোনে গৌৰৱ কৰিব পাৰে। আকাশৰো নিজা ৰং নাই। সকলোৰে মূল সূৰ্য্যই। এদিন জোনটোলৈ চাই চাই জোনকে সাক্ষী কৰি মল্লিকাই তাক কৈছিল···।

অৰূপে জানে, সেইবিলাক কথা চিন্তা কৰি একো লাভ নাই। আৰু মল্লিকাৰ কথা ভবাৰো কোনো যুক্তি নাই। মল্লিকাৰ বাবে ঘৰ পৰিত্যাগ কৰি যেতিয়া সি এদিন গুচি গৈছিল সেইদিনা নীলিমাজনীয়ে খুব কান্দিছিল। কান্দি কান্দি ভাগৰি পৰি তাক কৈছিল— "দাদা, এইবোৰ তই কি কৰিবলৈ ওলাইছ। মোৰ কথা ভাবিব অকণো নালাগে। কিন্তু ঘৰখনৰ কথা বাৰু কিয় পাহৰি গৈছ ? ৰাজুক তই কি আদৰ্শ দেখুৱাব খুজিছ ?"

তেতিয়া নীলিমা আছিল দশমমান শ্ৰেণীৰ ছাত্ৰী। অকুমাৰী কালৰ চঞ্চলতাবিলাক তাইৰ অনেক কমি আহিছিল। তাই বুজিব পৰা হৈছিল বহুত কথা। ৰাজুৱে তেতিয়া একোকেই বুজিব পৰা হোৱা নাছিল। বায়েকক কন্দা দেখি মনে মনে সেইদিনা সি সুধিছিলহি—"বাইদেউ তোক কোনোবাই মাৰিলেনেকি ? কোনখিনিত ?" দুখতো নীলিমাই হাঁহিছিল সিদিনা। এতিয়া সি আগৰ দৰে নীলিমাক কন্দা দেখিলে কেতিয়াও নোসোধে 'বাইদেউ তোক কোনোবাই মাৰিলেনেকি ?'

তাৰ পাচৰেপৰাই সি মোমায়েকৰ ঘৰত আছিলগৈ। মাজে মাজে অৱশ্যে নীলিমাহঁতৰো খবৰ কৰি গৈছিলহি। নীলিমাই কলেজত



আজি, মোৰ মন

পঢ়োঁতে সি একেলগে কলেজলৈ আহিছিল। মনৰ একো স্থিৰতা নথকাৰ হেতু কলেজৰ পৰীক্ষাবিলাক দিয়া হৈ নুঠিছিল। সেইবাবেই দুই-এবছৰ অৰূপ পিচ পৰি যাবলগীয়া হৈছিল। ইতিমধ্যে নীলিমাই বি-এ পাছ কৰিলে। সেই বছৰত সি বি-এ পৰীক্ষাকে নিদিলে। ৰিঙা ৰিঙা উদাস উদাস ভাববোৰে তাক চঞ্চল কৰি তুলিলে। বছৰবোৰ শেষ হৈ গ'ল। পাছ কৰিয়েই নীলিমা গুৱাহাটী বিশ্ববিদ্যালয় পালেগৈ। অৰূপেই গৈ তাইক থৈ আহিছিল। তাৰ পাচত তাৰ সকলোবিলাক ওলট-পালট হৈ গ'ল। সিদিনা সন্ধিয়া সি ফুৰিবলৈ ওলাই আহিছিল,—সেইদিনাই তাক কেইটামানল'ৰাই ইতিকিং কৰিছিল। সি একো বুজিব পৰা নাছিল। লাহে লাহে বুজিবি বুলি সিহঁত আঁতৰি গৈছিল। তাৰ পাচত সচাকৈ অৰূপে বুজিছিল— কথাষাৰৰ অৰ্থ।

আজি এসপ্তাহ হৈ গ'ল। অৰূপ ঘৰলৈ গুচি আহিল। যি আবেগৰ মোহত বন্দী হৈ সি ঘৰকো পৰ বুলি ভাবিছিল সেই আবেগ কাটি যোৱাৰ পাচতেই আকৌ ঘৰখনেই আপোন হৈ পৰিল। এই নীলিমাজনী, এই ৰাজুটো, এই ঘৰখন এৰি বাৰু সি কেনেকৈ ইমান দিন আঁতৰি থাকিব পাৰিছিল ?

অৰূপে গেটখন খুলি চোতাল পালেহি। ঘৰৰ ভিতৰৰপৰা অহা লেমৰ ক্ষীণ পোহৰ সি দেখিলে। বাহিৰৰ এই উজ্জ্বলতা লেমৰ ক্ষীণ পোহৰে কেতিয়াও হ্ৰাস কৰিব নোৱাৰে। তাৰ বিপৰীত ফালৰপৰা নীলিমাজনী আহি ঠিক তাৰ কাষতে ৰ'লহি। অৰূপে নীলিমালৈ চালে—গাত সৰু গৰম কাপোৰ এখন লৈ নীলিমাই তাৰলৈকে চাই আছে। দুয়োটাৰ চকুৱে চকুৱে পৰিল। কওঁ-নকওঁকৈ নীলিমাই ক্ষীণ ক্ষীণ স্বৰেৰে ক'লে—"তই যোৱাৰ পাচতেই মই ভাবিছিলোঁ পলমকৈ হ'লেও তই এদিন আকৌ উভতি আহিবি। মোৰ ধাৰণা মিছা নহ'ল। মানুহে আপোন ঘৰখন এৰি বাৰু

কিমান দিন আঁতৰত থাকিব পাৰে ? মোৰ যে সদায় ঘৰখনলৈকে মনত পৰি থাকে । তই মোৰ একমাত্ৰ ককাইদেউ । তোৰ কথা কোনোবাই বেয়াকৈ কোৱা বাৰু মই কেনেকৈ সহ্য কৰিম ! ঘৰৰপৰা চিঠি পায়েই অহাৰ ঠিক কৰিলোঁ । তই ঘৰলৈ ঘূৰি অহাৰ কথা জানি মোৰ মনটোত ইমান আনন্দ লাগিছিল । কিন্তু এটা কথা ভাবি মই একো বুজিব নোৱাৰিলোঁ । প্ৰকৃততে মল্লিকাই জানো তোক ভাল পাইছিল ? মোৰ ৰুমমেট অৰুন্ধতী নামৰ ছোৱালী এজনীৰ ককায়েকলৈকে মল্লিকাক বিয়া দিব খুজিছে । আগেৰেপৰাই হেনো দুয়োৰে চিনা-জনা আছিল । দুয়োটাৰ সন্মতি লৈহে এই বিয়াখন পতা হৈছে । মই মল্লিকাৰ ঘৰলৈকে এতিয়া গৈছিলোঁ । কথাবোৰ সুধিম বুলিয়েই । তাই ঘৰত নাই । এই সচা কথাবিলাক কোৱাৰ কাৰণে তই বেয়া নাপাবি । তোক লৈ তাইৰ এনেকৈ খেলিবৰ কি প্ৰয়োজন আছিল ? আজি তাইক তাকেই সুধিলোঁহেঁতেন । আৰু সুধিলোঁহেঁতেন—এটা মানুহৰ জীৱন নষ্ট কৰি দিয়াৰ সাহসখিনি তাই পালে ক'ৰপৰা ?

নীলিমা সোমাই গ'ল । অলপ পৰ প্ৰস্তৰ মূৰ্তিৰ দৰে থিয় দি থাকি অৰূপ আকৌ প'ৰ্টিকলৈ সোমাই আহিল । আগতে বহি থকা চকীখনতে বহি পৰিল অৰূপ । মুকলি পৰ্টিকটোৰপৰা সি বাহিৰৰ আকাশখনলৈ চাই পঠিয়ালে । আকাশখনলৈ চাই চাই বহুত দিনৰ আগেয়ে মল্লিকাই দিয়া চিঠি এখনৰ কথা মনলৈ আনিলে । ...“বাহিৰত শৰৎ কালৰ পদ্ম-গন্ধা জোনাক । যুগ-যুগান্তৰ পুঞ্জীভূত বেদনাৰে নীলা হোৱা আকাশখনক এমুঠি জোনাকে ওপচাই পেলাইছে । ইমান বেদনাৰে ভৰা যেন লাগিছে মোৰ পৃথিৱীখন ! এয়াটো আকাশৰ জোন নহয়—যেন তোমাৰ ব্যথাৰে করুণ হৈ ৰোৱা মুখখন । কিয় জানো আজি বাৰে বাৰে তোমাৰ কথাকে মনত পৰিছে ।” ......ইমান মিছা কথা এটা মল্লিকাই বাৰু কেনেকৈ কব



পাৰিছিল ! অৰূপে বহি বহি তাকেই ভাবিলে । নীলিমাই কথাখিনি কৈ যোৱাৰ পাচত এই নীৰৱ করুণ মুহূৰ্তটো আৰু যেন মৰ্ম-স্পৰ্শী হৈ উঠিল । নীলিমাই আগতে কোৱা কথা কেইষাৰ আকৌ তাৰ মনলৈ আহিল—“তই এইবোৰ কি কৰিবলৈ ওলাইছ··· ?”

অৰূপে একেথৰে আকাশখনলৈ চাই ৰ'ল । নীলিমা এতিয়াও ওলাই অহা নাই । অৰূপে জানে আৰু অলপমান সময়ৰ পাচতেই নীলিমাই হাতত চাহকাপ লৈ ওলাই আহিব । আল-ফুলকৈ টেবুলতে চাহকাপ থৈ, অৰূপৰ প্ৰতি থকা অন্তৰৰ বেদনাবোৰ ঢাকি শেঁতা হাঁহি মাৰি কয়—দাদা চাহকাপ খা । কিমান দিনৰ মূৰত আজি মই তোক নিজ হাতে কৰি চাহকাপ দিছোঁ । লগতে এই মালপোৱাকণো কৰিছিলোঁ । তাকো খাবি । অ, মোমাইদেউহঁতৰ ঘৰৰ কথা সুধিবলৈকে পাহৰিছোঁ । মালবিকাহঁতৰ ভালনে ? সিহঁতৰ খবৰো বহুত দিন পোৱা নাই । ······কিনো ইমানকৈ ভাবি থাক । ভাবি নাথাকিবি । হোৱাবোৰ হৈ গ'ল । ভাবি লাভ আছে জানো ?”

কথাবোৰ ভাবি ভাবি অৰূপে হাঁহিলে । ম্লান শেঁতা সেমেকা হাঁহি । সোণাৰুজোপাৰ আঁৰত লুকাই জোনটিয়েও হাঁহিছে । এজাক কোমল চেঁচা বতাহে সোণাৰুজোপাৰ পাতবোৰ কঁপাই গ'লহি ।

## ॥ কেনেকৈ ॥

এনেকুৱা এটা অদ্ভুত পৰিস্থিতিত যে পৰিব লাগিব সেই কথা মাধৱীয়ে ভালকৈ জানিছিল। তথাপি আই কণপোনাক একো হকা-বধা কৰা নাছিল। কৰিবনো কেনেকৈ? নাৰৰ গুৰিয়ালজনেই যদি নাথাকিল নাওখনৰ গুৰি ধৰিব কোনে? সকলোৱে জানিছিল যে ৰমাকান্ত আৰু বেচি দিন জীয়াই নাথাকে। মাধৱীয়েও জানিছিল; শঙ্কা বাঢ়িছিল। কিন্তু ভবা নাছিল ইমান সোনকালে তাইক এৰি থৈ যাব বুলি। নভবাটোৱেই সত্য হৈ ৰোৱাৰ পাচত মাধৱীৰ আৰু কোনো উপায় নাছিল।

ভালকৈ বছৰটো খাবলৈ জোৰা অৱস্থা মাধৱীহঁতৰ। কৰ্মঠ গিৰীহঁতে এই সকলোবিলাক কৰি থৈ গ'ল। ল'ৰা-ছোৱালী কেইটাৰে সৈতে তাই অকলশৰীয়া যদিও কাৰো ওচৰত কোনো বস্তুৰ কাৰণে হাত পাতিব নালাগে। ওচৰ-চুবুৰীয়াসকলৰ সহায় আছেই—ভয় কিহৰ? তথাপি ভয় আছিল। সেয়া মাইকী মানুহ



হোৱাৰ ভয়। সকলোবোৰ কাম মাইকী মানুহে কৰিব নোৱাৰে। সেই বাবে গিৰীয়েক ঢুকুৱাৰ পাচত সহানুভূতি জনাবলৈ অহা মানুহবোৰৰ মাজতে কণপোনাক বিচাৰি পালে মাধৱীয়ে। কণপোনাক পাই মাধৱীয়ে ক'লে: তইঁতৰ বাহিৰেনো এতিয়া মোৰ কোন আছে? মৃতকৰ কৰ্মখিনি কৰিবলৈকে তোৰ সহায় লাগিব। এই কেইদিন আৰু এই ঘৰখনকেই তোৰ বুলি ধৰিবি।

নিৰ্লিপ্ত ভাৱে কণপোনাই কথাবোৰ শুনি গৈছিল।

কণপোনা?

তাৰো এক কাহিনী আছে। মাক-বাপেকে দলনিত পোনা মেলা দি তাকো এদিন এৰি থৈ গৈছিল। অকল তাকেই নহয়—তাৰ তলৰ পাঁচোটা ভায়েককো। সিয়েই আছিল সবাতোকৈ ডাঙৰ। তাৰ পিচতেই ছোৱালী এজনী আছিল। বাপেক-মাক থাকোঁতেই তাইক উলিয়াই দিলে। তেতিয়া সি মাথোন কুৰি বছৰীয়া। তাৰ পাচত এবছৰ পাৰ হৈ গ'ল। ঘৰৰ অৱস্থা উন্নত হওক ছাৰি অধোগতিৰ ফালেহে ঢাল খালে। ঘৰখনকে ধৰিব পাৰিব বুলি সি এজনী ছোৱালী বিয়া কৰি আনিলে। নাম সুতলাহি। বছৰে খাওঁতাৰ সংখ্যা ক্ৰমাত বাঢ়ি গ'ল। উপাৰ্জনৰ থল বুলিবলৈ মাটিকৈইডৰা মাত্ৰ। ইফালে সুতলাহিয়ে ঘৰখন ধৰক ছাৰি ঘৰ ভাঙিলেহে। তাইৰ প্ৰতাপত তিষ্ঠিব নোৱাৰি কণপোনাৰ ভায়েক কেইটা থান-বান হৈ আঁতৰি গ'ল। গাঁৱৰ কুসঙ্গত পৰি সিও ঘৰখনলৈ পিঠি দিলে। পেটৰ ভোকত লাহে লাহে বাপেকৰ দিনৰ সম্পত্তি এপদ দুপদ কৰি বেচি একুৰকম কৰিলে। তৃতীয় সন্তান জন্ম দিয়াৰ আগতেই ঘৈণীয়েকো এদিন ঢুকাল। বহুতে কয় তাৰ অৱহেলাতেই হেনো ঘৈণীয়েক অনিষ্ট হ'ল। তাৰ পাচত সি ঘৰকো ঘৰ নোবোলা হ'ল। ল'ৰা-ছোৱালী হালো যেন তাৰ নহয়েই।

মাধৱীৰ মুখত সহায় কৰাৰ কথা শুনি কণপোনাই যেন হাততে

স্বৰ্গখন ঢুকি পালে। দিনৰ দিনটো সিহঁতৰ ঘৰতে কাম কৰি থাকিও, ওচৰতে থকা তাৰ ঘৰখনলৈও এপাক নমৰা হ'ল। মাধৱীয়ে এইকথা উপলব্ধি কৰিছিল। কণপোনাক লৈ যে এটা অদ্ভুত পৰিস্থিতিত পৰিব লাগিব সেইকথা ভালকৈ জানিছিল। তথাপি তাই কণপোনাক মুখ খুলি এষাৰো কথা কোৱা নাছিল।

অহা-যোৱা সংসাৰৰ নিয়ম। এই কথা মাধৱীয়ে ভালকৈ বুজে। গিৰীয়েক ঢুকুৱাৰ পাচত আক্ষেপ কৰি থকাৰ একো লাভ নাই বুলিও বুজিলে। তথাপি মাধৱীৰ আক্ষেপ ৰৈ গ'ল। গিৰীয়েকে ঘৰখন সুন্দৰকৈ চলাবলৈ মাটি-বাৰী অলেখ কৰিলে সচা; কিন্তু ল'ৰা-ছোৱালী কেইটাক মানুহ কৰি থৈ যাব নোৱাৰিলে। অন্তত যোল্ল বছৰীয়া প্ৰেমদাৰ সলনি যদি দহবছৰীয়া নীৰেনটো হ'লহেঁতেন তেতিয়াও মাধৱীৰ বহুত আক্ষেপ কমি গ'লহেঁতেন। কিন্তু নহ'ল।

মাধৱীয়ে ভাল কৰি জানিছিল কণপোনাৰ স্বাৰ্থ ক'ত! অকালতে গাভৰু বৈণীয়েকক হেৰুৱা এই মানুহটোৰ অভাৱ কি মাধৱীয়ে বুজি পাইছিল। সেই ক্ষেত্ৰত মাধৱী সজাগ। তথাপি কোন সময়ত লোহাৰ শিকলি ছিঙি হাতী গুচি যায় কোনে জানে? যৌৱন কালৰ দোষ-নিৰ্দোষৰ কথা মাধৱীৰ ভালকৈ মনত আছে। সেইবাবে মাধৱীয়ে মাজে মাজে ভাবিছিল যে তাই এটা বিয়াগোম সাপ গাখীৰ খুৱাই পুহি ৰাখিছে। .....তথাপি এজন মানুহৰ সহায় লাগে জীৱনত। আশ্ৰয় লাগে। কণপোনাক অতি আয়াসতে পাই আঁতৰাবলৈ যত্ন নকৰিলে মাধৱীয়ে।

নিজৰ ঘৰত কাম-বন নকৰি ঢিটিঙালি কৰি ফুৰা কণপোনাই মাধৱীৰ ঘৰত ইমান লাগি-ভাগি থকা ওচৰ-চুবুৰীয়ায়ো দেখিলে। ওচৰ-চুবুৰীয়াই মুখ খুলি মাধৱীক একো নক'লে যদিও পেটে পেটে কণপোনাক তেনেকৈ লোৱা স্বীকাৰ নকৰিলে। মাধৱীয়ে এই কথাটো বুজি পাইছিল। কণপোনা কিন্তু নিৰ্বিকাৰ। মাধৱীয়ে এইকথা কণপোনাক



কব খোজে যদিও কব নোৱাৰে। মাক, বাপেক, ভায়েক, বৈণীয়েক সকলোৰে নিঠৰুৱাকৈ এৰি যোৱা কণপোনাৰ বেদনাকাতৰ মুখখন দেখিলেই মাধৱীৰ মনটো সেমেকি যায়। তেতিয়া হয়তো কণপোনাই বাৰীৰ তামোল-পাণ পাৰি আনি বজাৰলৈ যাওঁ বুলি সাজু হয়। থোকৰপৰা তামোল এটা এটাকৈ একৰাই পাচিত ভৰায়। পাণ এখিলা এখিলাকৈ জুকিয়াই মুঠা বান্ধে। ঘামেৰে তিতি থকা তাৰ মুখখন দেখি মাধৱীয়ে মাথো প্ৰেমদাক উদ্দেশ্য কৰি সোধে, "ককায়েৰক চাহ এটোপা দিলিনে? মানুহক চাহ এটোপা দিবলৈও তহঁতক শিকাব লাগেনে কি?"

মাধৱীৰ ঘৰত কণপোনা দিনে দিনে সহজ হৈ আহিল। ঘৰৰ মানুহৰ দৰে এতিয়া সি ডবিয়াই হুকিয়াই চলাবও পৰা হ'ল। ল'ৰা-ছোৱালী কেইটায়ো তালৈ অলপ অলপ ভয় কৰা হ'ল। ঘৰৰ মানুহৰ দৰে সি সকলোকে নিৰ্দেশ দিয়ে। ঘৰৰ মানুহৰ দৰে মাধৱীহঁতৰ ঘৰখনৰ কথা ভাবে। কাম কৰে। খায়।

মাধৱীৰ আগৰ সঙ্কোচো লাহে লাহে নাইকিয়া হৈ গ'ল। কণপোনাৰ অবিহনে মাধৱীৰ ঘৰখন কিবা বিঙা বিঙা যেন লাগে। মাধৱীয়ে বুজে যে তাই এতিয়া বিধৱা। চাৰিটাকৈ ল'ৰা-ছোৱালীৰ মাক। কেতিয়াবা কৰবাত কণপোনাৰ প্ৰতি বিৰূপ ভাব এটা আহিলেও শুকান খেৰৰ জুইৰ দৰে তৎক্ষণাত নাইকিয়া হৈ যায়। তথাপি মাধৱীয়ে হিয়াত এটা অবুজ বেদনা অনুভৱ কৰিছিল। শঙ্কা কৰিছিল এদিন এটা পৰিস্থিতিত পৰিব লাগিব বুলি।

কণপোনাই এদিন বজাৰ কৰি আনি নগদ কুৰি টকা মাধৱীৰ হাতত দি কৈছিল, "ইয়াৰে দুটা টকা মই খৰচ কৰিলোঁ। প্ৰেমদাৰ কাৰণে ব্লাউজ এটাও কিনি আনিলোঁ। চিল্কৰ ব্লাউজ।" মাধৱী আচৰিত হ'ল। আগতে গিৰীয়েকেও ইমান টকা জমা নিদিছিল। কাৰোবাৰ কাৰণেহে কাপোৰ আদি আনিব লাগে সেইকথা গিৰীয়েকে

বিহুৰে-সংক্ৰান্তিয়েহে ভাবিছিল। এনেকুৱা সুন্দৰ কাপোৰৰ ব্লাউজ প্ৰেমদাই পিন্ধি পোৱা দূৰতে থক দেখিকে পোৱা নাছিল। কণপোনাৰ মৰমত মাধৱীৰ মন অজানিতে পমি গ'ল।

তথাপি মাধৱীয়ে শঙ্কা কৰিছিল। সন্দেহ কৰিছিল প্ৰেমদাৰ কথা শুনি। সন্ধ্যা সময়ত এদিন প্ৰেমদাই মাকক কৈছিল, "ককাইদেউটোক বৰ ভাল লাগে নহয় বৌ? খুব মৰমিয়াল। আমাৰ কথা তেওঁ খুব ভাবে। নিজৰ ঘৰত ল'ৰা-ছোৱালী কেইটা নথকা হ'লে তেওঁ হোনো আমাৰ ইয়াতে সদায় থাকিলহেঁতেন। সকলোফালে একো চিন্তা নকৰাকৈ চাব পাৰিলেহেঁতেন। এতিয়া নিজৰ ঘৰলৈ ল'ৰা-ছোৱালী হাল চাবলৈ গৈছে।" মাধৱীয়ে ও বুলি মাত্ৰ শলাগিছিল।

দুপৰীয়া ভাত খাই উঠি মূৰৰ ওকণি বাছি বাছি প্ৰেমদাই কণপোনাৰ গুণ গোৱা মাধৱীয়ে কেইবাদিনো শুনিছে। তথাপি কণপোনাৰ অবিহনে ঘৰখন যেন তেনেই উকা উকা লাগিব। এদিন খুব সহজেই মাধৱীয়ে কণপোনাৰ কথা ভাবিছিল। সিতো কোনো অজাতিৰ ল'ৰা নহয়। তাক দেখোন একেবাৰে আপোন কৰি লব পৰা যায়। প্ৰেমদাও কোমল বয়সীয়া ছোৱালী; কণপোনাৰো যৌৱন শেষ হৈ যোৱা নাই। মাক-বাপেক থকা হ'লে তাৰ বিয়াৰ কথা চিন্তা কৰিলেহেঁতেন চাগৈ। প্ৰেমদাক তালৈ চপাই দি ঘৰতে ৰাখিলে জানো বেয়া হ'ব? গাঁৱৰ ঘৰে ঘৰে ঘূৰি-ফুৰি মালতী পেহীয়ে বহুতো কাম কৰিছে। ভঙাক ভাঙিছে, পতাক পাতিছে। মালতী পেহীকেই মাধৱীয়ে এই কথা কব কণপোনাক কাণছুৱাই থবলৈ! দুকঠামান পোৱাৰ আশা দেখিলে মালতী পেহীয়ে কেতিয়াও এই কথা নুই নকৰে। সেই কথা মাধৱীয়ে ভালকৈ জানে।

কণপোনাই যেন সেই কথা শুনিবলৈ বাট চায়েই আছিল। লগে লগে সিও তৎপৰ হ'ল। ঘৰত তাৰ সৰু ল'ৰা-ছোৱালীহালে কি খাইছে খা-খবৰ লবলৈকো যেন সি পাহৰিলে। ওচৰ-চুবুৰীয়াই



এই কথা ভালকৈ লক্ষ্য কৰিলে। এইবাৰ আৰু কাৰো মুখত সোপা দিব পৰা নগ'ল। মালতীবায়ে এই কথা কাকো নকব বুলিয়েই সকলোকে ক'লে। কথা বুলিলেই বতাহ। সকলোৱে চেই চেই কৰিবলৈ ধৰিলে। এইবিলাক ভূমি ছুই কুৰ্ণত হাত দিয়াৰ কথা—গঞ্জা ৰাইজে মন্তব্য কৰিলে। কিন্তু কণপোনাক বাধা দিয়ে কোনে? তাক উপদেশ দিয়াৰ দিন কেতিয়াবাই পাৰ হৈ গ'ল। বুঢ়াসকলে তাৰ মুখকে চাব নোখোজে। সি নতুনকৈ যৌৱন পাইছে। নতুন তেজৰ পিৰ্‌পিৰণি উঠিছে। কাৰো কথালৈ কাণসাৰ নিদিয়াই তাৰ কাম। অতি কম আয়াসতে সিও যে এটা সম্পত্তিৰ মালিক হ'ব। সেই কথা ভাবি তাৰ মন সাতখন আঠখন। তেনেকুৱা সুবিধা কেইজনে পাইছে? কেইজনে সেই ভাগ্য লৈ আহিছে?

তললৈ মূৰকৈ ভূঁই ৰুই থকা প্ৰেমদাক সি কেইবাদিনো লক্ষ্য কৰিছে। কলাফুল আধা ঢকা আধা নঢকা মেখেলাখন, আঁঠুৰ ওপৰতে থকা সৰু তিয়নি চুৰিয়াখনৰ দৰে ৰিহাখন, তলপেটৰ এক অংশ ওলাই থকা হালখঁৰা ব্লাউজটোৰে সৈতে প্ৰেমদাক সি কেইবা দিনো দেখিছে। এইবোৰ দেখি কণপোনাৰ মনৰ গোপন কোণত শিহৰণ জগা সি কেইবা দিনো অনুভৱ কৰিছে। তাতে, কুঁজা হৈ ভূঁই ৰুই থকা প্ৰেমদাই হাতত এমুঠি কঠীয়া লৈ পোন হৈ কঠীয়াৰ শিপাত লাগি থকা পানীবোৰ আছাৰ মাৰি—ককাইদেউ আৰু এআৰি কঠীয়া এইখিনিত লাগিব—বুলি যেতিয়া হাঁহিটো মাৰে তেতিয়া তাৰ আনন্দই অফলা ভাঙি যায়। সেই কথা প্ৰেমদাই অলপ অলপ বুজে। মাধৱীয়েও আঁৰ চকুৰে চাই চাই সেই কথা জানে।

এইবিলাক দেখি-শুনিও মাধৱী লাহে লাহে আওকণীয়া হ'ল। প্ৰথম অৱস্থাত থকা সতৰ্কতাখিনিও ত্যাগ কৰিলে। কণপোনাক তাই একো নক'লে। যদিও পাকে-প্ৰকাৰে বুজাব খুজিলে যে প্ৰেমদাক

তাৰ কৰি লব পাৰিলে সি এই ঘৰত চিৰজীৱন থাকি যাব। ···চিৰজীৱন ··। সেই সময়ত কণপোনায়ো নাভাবিলে তাৰ ঘৰখন আৰু ল'ৰা-ছোৱালী হালৰ কথা। আৰু মাধৱীয়েও নাভাবিলে যে পূৰ্বতে তাৰ এখন ঘৰ আছিল। এতিয়াও তাৰ ল'ৰা-ছোৱালী আছে।

গাঁৱত কথাটো বেয়াকৈ প্ৰচাৰ হৈ গ'ল। প্ৰেমদাই শুনিলে। মাধৱীয়ে শুনিলে। কণপোনায়ো শুনিলে। মাধৱীয়ে স্পষ্টকৈ বুজিলে যে কণপোনাৰ বাহিৰে প্ৰেমদাৰ আৰু কোনো গতি নাই। প্ৰেমদায়ো বুজিলে যে কণপোনা থাকোঁতে কোনো ডেকা তাইৰ কাষ নাচাপে। তাইক বিয়া কৰাম বুলি সাহ কৰি আগবাঢ়ি নাহে। কণপোনাই ভাবিলে যে ল'ৰা-ছোৱালীহাল আঁতৰ কৰি নললে পিচলৈ তাৰ অসুবিধা হব। কিবা অজুহাত দেখুৱাই সি এদিন ল'ৰা-ছোৱালীহাল শহুৰেকৰ ঘৰত থৈ আহিলগৈ। সি এতিয়া নিষ্কণ্টক হ'ল। ঘৰৰ কথা চিন্তা কৰিবলৈ একেবাৰে বাদ দিলে। সি নিৰ্বিঘ্নে প্ৰেমদাৰ লগত হলি-গলি কৰিব পৰা হ'ল। তাতে থাকে। দিনে-ৰাতিয়ে ঘৰৰ মানুহৰ দৰে কাম কৰে। তথাপি সি সম্পূৰ্ণকৈ প্ৰেমদাক পোৱা নাই। মাধৱীয়ে প্ৰেমদাক সাৱধানে চলিবলৈ সঁকিয়াই দিয়ে। কাৰণ, মাধৱীয়ে ভালকৈ জানে যে তাৰ এখন নিজাকৈ ঘৰ আছে। কোনো নাথাকিলেও ল'ৰা-ছোৱালীহাল আছে। সিহঁতক বাদ দি তো সি কাহানিও থাকিব নোৱাৰে।

এদিন দুদিনকৈ কণপোনাৰ আমনি লাগিল। আশা কৰি কৰি আৰু কিমান দিন সি বাট চাব? এদিন প্ৰেমদাক সি স্পষ্টকৈ ক'লে। প্ৰেমদাই উত্তৰ দিবলৈ লাজ কৰিছিল যদিও ক'লে—এই বিষয়ে মোক সোধাতকৈ বৌক সোধাই ভাল। বৌৰ বাহিৰেনো এতিয়া মোৰ কোন আছে? কণপোনায়ো ভাবিলে সকলো কথা মাধৱীক কম বুলি···।

গাঁৱত বনজুইৰ দৰে কথাবোৰ বিয়পি পৰিল।



মাধৱীয়ে মনে মনে বহি সেই কথাকেই ভাবি আছিল। কণপোনাক লৈ কোনো খেদ নাই। কিন্তু······।

ক'ৰবাৰপৰা আহি কণপোনা মাধৱীৰ কাষতে ৰ'ল। কিবা কওঁ কওঁ বুলিও সি যেন একো কব পৰা নাই। সেই ভাবি মাধৱীয়ে কোমলকৈ মাত দিলে—"কণপোনা কিবা কবি?"

"গাঁৱৰ কথাকেই কম বুলি ভাবিছোঁ। কথাবোৰ বৰ বেয়াকৈ ওলাইছে। ·····অৱশ্যে সেইবোৰলৈ মই ভয় নকৰোঁ। আপোনাৰ কাৰণে আমি ইমান্ দিনে বাট চাই আছোঁ।" কণপোনাই ক'লে।

"আমি?" প্ৰশ্নবোধক ভঙ্গীৰে মাধৱী ৰৈ গ'ল। "এৰা আমি বুলিয়েই কৈছোঁ। কথাবোৰ জানো আপুনি শুনা নাই?"

এইবাৰ মাধৱীয়ে অলপমান কঠিন হৈ ক'লে, "শুনিছোঁ, কিন্তু তই জানো প্ৰেমদাক আশা কৰিব পাৰ? আশা কৰিলিয়েই যেনিবা, তোৰ ল'ৰা-ছোৱালীহালক জানো বাদ দিব পাৰিবি? তোৰতো ঘৰ এখন আছে।"

"ঘৰ মই কাহানিবাই এৰিলোঁ দেখোন!"

"মই দেখিছোঁ। কিন্তু ল'ৰা-ছোৱালীহাল?"

"সিহঁতকো।"

"সিহঁতকো?"

"এৰা সিহঁতক সিদিনা নি মামাকৰ ঘৰত থৈ আহিছোঁগৈ। আৰু কৈ আহিছোঁ যে ল'ৰা-ছোৱালীহাল আৰু মোক নালাগে। এতিয়া আপোনাৰ মত পালেই আমি নিশ্চিন্ত হ'ম।"

নিৰ্বাক নিস্তব্ধ হৈ মাধৱী শিলৰ মূৰ্তিৰ দৰে থৰ হৈ ৰ'ল। তাই কি বুলি মত দিয়ে বাৰু। বাপেকী হৈ ল'ৰা-ছোৱালীৰ মোল নুবুজা এই মানুহটোক বাৰু তাই কেনেকৈ কথা দিয়ে? কেনেকৈ মাধৱীৰ পেটৰ পোৱালিক তাৰ হাতত গতাই দিয়ে? কেনেকৈ??

## ।। আবৰণ ।।

গাঁৱৰ ঘৰলৈ গ'লেই মই সদায়েই মৰ্টন, লোজেঞ্চ বা টফী অলপমান কিনি নিওঁ। কাৰণ মই টাউনৰপৰা গ'লেই আমাৰ চুবুৰিৰ সকলোবোৰ ল'ৰা-ছোৱালী মোৰ লগে লগেই আমাৰ ঘৰত থুপ খাইহি। আনন্দ উৎফুল্লতাত সকলোৱে জাক পাতি চিঞৰে—'কেশৱ দাদা আহিছে, কেশৱ ককাইদেউ আহিছে।' ধূলিত লেটি লোৱা নওঠা সৰু ল'ৰা-ছোৱালীবোৰ নাইবা অলপ ডাঙৰ হ'লেই কেৱল মাত্ৰ লাজ ঢাকিবৰ বাবে চেষ্টা কৰি মলিয়ন কাপোৰ পিন্ধা ল'ৰা-ছোৱালীবোৰেৰে যেতিয়া আমাৰ ঘৰখন ভৰি উঠে, তেতিয়া সিহঁতক মৰমৰ প্ৰতিদান স্বৰূপে দিবলৈ মই এটা দুটাকৈ মৰ্টন বা লোজেঞ্চৰ বাহিৰে একোকেই বিচাৰি নাপাওঁ। জেপৰপৰা এটা এটাকৈ মৰ্টন উলিয়াই প্ৰত্যেককে নাম কাঢ়ি মাতি যেতিয়া বিলাই যাওঁ দূৰে দূৰে বৈ থকা সকলো ল'ৰা-ছোৱালীয়েই এটা এটাকৈ



মোৰ কাষ চাপি আহে আৰু মৰ্টনটো হাতত লৈ মৰ্টনৰ ওপৰৰ কাগজখন খুলি খুলি আকৌ আঁতৰি যায়গৈ। তাৰ মাজতো অলপমান বুজন বয়সৰ ল'ৰা-ছোৱালী থাকিলে মুখেৰে অকণমান লাজ প্ৰকাশ কৰে। সিহঁতক দুই তিনিবাৰ মাতিব লগীয়া হয়। চুচুক-চামাককৈ আহোঁ-নাহোঁকৈ আহি সিহঁতে হাতখন দূৰৰপৰাই আগবঢ়াই দিয়ে; আৰু হাতখন মেলি লোজেঞ্চটো আগবঢ়াই দিয়াৰ লগে লগে লোজেঞ্চটো অন্যমনস্কভাৱে লৈ মুখখন অন্য ফালে ঘূৰাই দিয়ে। আহোঁ-নাহোঁ কৰি থকা অৱস্থাতে যদি ধেমালিকৈ কাৰোবাক কওঁ "আও দেখোন বৰ লাজ!" তেতিয়া যেন তাই লাজতে মূছকঁছ যায়।

মিনা, পুতলী, চম্পা তিনি চাৰিজনী ছোৱালী বুজন বয়সৰ। সিহঁতৰ লাজ বেচি। তদুপৰি টুক্‌টাককৈ পেটে-ভাতে খাই থকা মানুহৰ সংখ্যাই গাঁওখনত সৰহ। কিছুমান মানুহে এসাজ খাবলৈ পালে ঘূৰি সাজৰ বাবে চিন্তা কৰিবলগীয়া হয়। তাৰ মাজতো কিছুমান মানুহ আছে যিবিলাকে নিজৰ এই অভাৱ অনাটনবোৰ বৰ বৰ কথা কৈয়ে ঢাকি ৰাখিবলৈ বিচাৰে।

পুতলীৰ দেউতাক মহীৰামেই ৰাতি জুহালত সাতহাল বোৱা মানুহ। অথচ সেই মানুহটোৰ অভাৱ-অনাটনৰ কথা কাৰো অবিদিত নহয়। নিজে কৰা খেতিৰে বছৰটো জোৰাৰ কথা বাদেই, ছমাহ জোৰাটোও টনাটনিত পৰেগৈ। তদুপৰি ল'ৰা-ছোৱালী এজাক। সেই মানুহটোৰ ডাঙ্কোপ মৰা কথা নুগুচে। কেইবা সাজো খাবলৈ নোপোৱাকৈ থাকিলেও পেট ভৰাই খাই আছোঁ বুলিহে কয়। এই মানুহটো গাঁৱৰ সকলো মানুহৰ কাৰণে মহীকাই। আমাৰো, আটাইতকৈ সৰু সৰুবোৰৰো, আৰু আমাতকৈ বয়সিয়ালবোৰৰো।

আমাৰ ডেকাচামৰ ল'ৰাবোৰে মহীকাইৰ লগত কথা পাতি এক অদ্ভুত তৃপ্তি লাভ কৰে। সাধাৰণ কথাকেই খুব ধুনীয়াকৈ সজাই পৰাই কব পাৰে মহীকায়ে কেতিয়াবা কেতিয়াবা কথাৰ বহত মহীকাই আমাৰ লগত বয়সৰ ব্যৱধানটোও একেবাৰে পাহৰি যায়। কেতিয়াবা নিজৰ জীৱনতে ঘটি যোৱা সাধু সাধু যেন লগা কাহিনীবোৰ মহীকায়ে কয়। কেনেকৈ নিজৰ সাহস দেখুৱাই পৰৰ গাঁৱৰ ডেকা ল'ৰাৰ লগত কাজিয়া কৰিলে, কেনেকৈ চিকাৰলৈ যাওঁতে বাঘ দেখিয়েই ভয়তে লগত যোৱা মানুহজন বেঙেমুতা গৰুৰ দৰে কঁপিল; সৰু অৱস্থাত তেওঁক বাপেকে শাসন কৰিব নোৱাৰি কেনেকৈ আমৰলি পৰুৱাৰ বাহ গাত মেলি দিছিল, ইত্যাদি ইত্যাদি……। অবিশ্বাস্য অথচ নিজৰ জীৱনেতে ঘটি যোৱা ঘটনাবোৰ এফালৰপৰা সজাই-পৰাই কৈ যাব পৰা গতিকেই মাহিকাই গাঁৱৰ ডেকাচামৰ মাজত প্ৰিয়। সেইজন মানুহৰ অভাৱ-অনাটনবোৰ এতিয়া চিৰ লগৰীয়া অথচ আমাক সেই অভাৱ-অনাটনৰ কথা ঘুণাক্ষৰেও জানিবলৈ নিদিয়ে মাহিকায়ে। কথা প্ৰসঙ্গত এদিন মাহিকায়ে কৈছিল—'ধনৰ দুখীয়া হ'লেও মনৰ দুখীয়া নহওঁ বুজিছ! খাবলৈ নোপোৱাকৈ থাকিলেও কাৰো ঘৰত সিন্ধি দিবলৈ যোৱা নাই।'

সেই মহীকাইৰে ন দহ বছৰীয়া ছোৱালী পুতলি। টিপ-টিপীয়াকৈ ল-নি মুখেৰে এই সৰু ছোৱালীজনীলৈ মোৰ খুব মৰম লাগে। মই গাঁৱৰ ঘৰলৈ গ'লেই আমন-জিমনকৈ তাই মোৰ কাষে কাষে ঘূৰি ফুৰে। মই কিবা কিবি সুধিলেই সেমেনা-সেমেনি কৰি উত্তৰ দিয়ে। কিবাকিবি কৈ ধেমালিতে জোকালেই "যাঃ এইটো" বুলি লাজ কৰি মুখ লুকুৱায়।

কেতিয়াবা মহিকাইৰ ঘৰলৈ গ'লেই তাইক মূৰ পিটিকি



দিবলৈ কওঁ। নাইবা ওকণি চোৱাৰ দৰে চুলিবোৰ টানি দিবলৈ কওঁ। গৰম দিনত ঘামচি ফুটাই দিবলৈ কওঁ। তাই প্ৰতিবাদ নকৰাকৈ কথাবোৰ শুনে। এইবোৰ কাৰণতেই মই তাইক সকলোবোৰ ল'ৰা-ছোৱালীতকৈ বেচি মৰম কৰোঁ।

বহুত দিনৰ মূৰত ঘৰলৈ আহিছোঁ। আগৰ দৰেই সকলো-বোৰ ল'ৰা-ছোৱালীয়েই মোক দেখি ধেমালি কৰিবলৈ এৰি আমাৰ ঘৰ পালেহি। ঘৰৰ ভিতৰৰপৰা পাক এটা এনেয়ে মাৰি আহি মই মৰ্টনৰ টোপোলাটো লৈ সকলোকে এটা দুটাকৈ মৰ্টন বিলাই গ'লোঁ। আগৰ দৰেই সকলোবোৰ আহি মৰ্টন লৈ তৃপ্তিৰে ঘূৰি গ'ল। শেষত চম্পা, মিনাহঁতক মাতোঁতে মই লক্ষ্য কৰিলোঁ যে পুতলি এইটো দলত নাই। অকণমান কৌতূহলৰ বশৱৰ্তী হৈয়েই সিহঁতক সুধিলোঁ—পুতলি নাইনে কি?

"আছে। বায়েকৰ লগত কেনিবাদি ফুৰিবলৈ গৈছে।" প্ৰায় একে সুৰতেই সকলোবোৰে ক'লে।

"বাৰু তাইৰ কাৰণে এই কেইটা মৰ্টন ৰাখিলোঁ। আহিলে মই অহাৰ কথা কবি দেই!" 'বাৰু' বুলি কৈয়েই ল'ৰা-ছোৱালী কেইটা মোৰ কাষৰপৰা লাহে লাহে আঁতৰি গ'ল।

টাউনৰপৰা অহা সাজটো খুলি মই সাধাৰণ ভাৱে ধুতি এখন পিন্ধি লৈছিলোঁ। খাই-বৈ উঠি ভিতৰৰ পৰা আহি পৰ্টিকতে বহিলোঁহি এনেয়ে। পৰ্টিকত বহিলেই আমাৰ ঘৰৰ মুখামুখিকৈ অলপমান দূৰতে থকা পুতলিহঁতৰ ঘৰটো ভালকৈ দেখি। বহুত দিনৰ মূৰত গাঁৱৰ ঘৰলৈ আহিছোঁ। অন্ততঃ চুবুৰিৰ মানুহ কেইঘৰলৈ যাব লাগিব। পুতলিহঁতৰ ঘৰলৈও। পুতলিহঁতৰ ঘৰৰ কথা মনত পৰাৰ লগে লগে এনেয়ে পুতলিহঁতৰ ঘৰৰ ফালে চকু গ'ল।

বহুত দিনৰ আগতে চোৰা ঘৰটোৰ অৱস্থা ক্ৰমাৎ জৰাজীৰ্ণ হৈ গৈছে। খেৰেৰে চোৰা ঘৰটোৰ খেৰবোৰ পচি গৈ খেৰৰ তলত লুকাই থকা কামিবোৰ ওলাই পৰিছে। মতা মাইকী ল'ৰা-ছোৱালী মুঠতে এঘাৰটা প্ৰাণী থকা এই ঘৰটো আমাৰ গোহালি ঘৰটোতকৈয়ো সৰু যেন দেখি। বাৰিষাৰ বৰষুণত চাগৈ কিমান ৰাতি সিহঁতে উজাগৰে কটাই দিছে।··· মহীকাইৰ কথা ভাবি ভাবি মোৰ মনটো সেমেকি গ'ল। আজিও হয়তো মানুহটো একেদৰে আছে। এতিয়াও হয়তো ডাংকোপ মৰা কথা কৈ লোকৰ আগত অদ্ভুত তৃপ্তি লাভ কৰে। হাঁহি হাঁহিয়েই নিজৰ অভাৱ-অনাটনৰ দুখ-বেদনাবোৰ লোকৰ আগত ঢাকি ৰাখিবলৈ বিচাৰে।······

কিমান দেৰি বাহিৰত বহিছিলোঁ কব নোৱাৰোঁ। বেলি প্ৰায় ডুবোঁ ডুবোঁ। হঠাতে কাবোবাৰ ক্ষীণ হাঁহি এটা শুনি মই দুৱাৰমুখলৈ চালোঁ। দুৱাৰখনৰ বাতাম এডালতে গাটো ভেজাদি মোৰ ফালে চাই পুতলিয়ে হাঁহি আছে। ময়ো হাঁহিলোঁ তাইক দেখি। তাৰ পাচত তাইক মোৰ কাষলৈ মাতিলোঁ। চুচুক-চামাককৈ আহি তাই মোৰ ওচৰতে ৰ'লহি।

"ইমান দেৰি কলৈ গৈছিলি তই? আজিকালি তই হেনো ভাত খাই লৈয়েই দিনৰ দিনটো ধেমালি কৰিয়েই থাক! হয়নে?" ধমক দিয়াৰ সুৰতে ধেমালিতেই তাইক ক'লোঁ।

তাই ক'লে—"কোনে কৈছে? আজি আমি আৰু ভাতকে খোৱা নাই।"

বিজুলীৰ দৰে অজানিতে শিহৰণ এটা বৈ যোৱা যেন লাগিল তাইৰ কথা শুনি। তথাপি কিবা এটা জনাৰ আগ্ৰহত মৰমৰ সুৰেৰেই তাইক সুধিলোঁ—"ভাত খোৱা নাই যদি কি খালিনো?"

"একো খোৱা নাই! গধূলিকৈহে খাম। তাকো ভাত নহয় বৰাচাউল বৌৱে সিজাইছেই। ভাত খাবলৈ আমাৰ চাউল নাই-কিয়া। সেই কাৰণে বৰাচাউল আনিবলৈকে মই আৰু কমলা বাইদেউ তোৰেশ্বৰ ককাইদেউহঁতৰ ঘৰলৈ গৈছিলোঁ।"

খোলা খুলি ভাৱে কোৱাত সৰু ন-দহ বছৰীয়া ছোৱালী-জনীৰ মুখলৈ মই চাইছিলোঁ। পৱিত্ৰ পৱিত্ৰ লগা শান্ত কোমল মুখ। লুকঢাক বুজি নোপোৱা এই ছোৱালীজনীৰ কথাবোৰ শুনি মহীকাইলৈ মোৰ বাৰে বাৰে মনত পৰিছিল। বহুত কথা ক'লে মহীকায়ে। হয়তো আজিও কব। কিন্তু এই ছোৱালীজনীৰ দৰে জানো মহীকায়ে কব—ভাত খাবলৈ আজি আমাৰ চাউল নাই বুলি? মই জানো, মহীকায়ে কেতিয়াও নকয়। কব নোৱাৰে।

মৰ্টনকেইটা তেতিয়া মোৰ পেন্টৰ জেপতে আছিল। পেন্টটো ভিতৰত খুলি থৈ কেতিয়াবাই আহিছিলোঁ। উঠি গৈ মৰ্টনকেইটা অনাৰ আগতেই মই ভাবিছিলোঁ···। ভাবিছিলোঁ—সভ্যতাই মানুহক কঙাল কৰিলে নে প্ৰগলভ্ কৰিলে নে কৃত্ৰিম কৰিলে!

## ॥ বিপ্লৱ ॥

খোলা খিৰিকীৰ ফাঁকেদি সি বাহিৰলৈ চাই পঠিয়ালে । নাতিদূৰত, ষ্ট্ৰীট লাইটৰ পোহৰত সি অনুমান কৰিব পাৰিলে কিছুমান ছাত্ৰৰ ভিৰ । কোন কোন আছে বা কিমান ছাত্ৰ তাত গোট খাইছে তাক জানিবৰ কোনো উপায় নাই । তথাপি সকলো যেন উদভ্ৰান্ত হৈ পৰিছে । ইফালে সিফালে অহাযোৱা কৰা ল'ৰাবোৰলৈ চাই চাই তাৰ মনলৈ আহিল মেকবেথৰ বিৰনাম হাবিখনৰ কথা । ঠিক যেন হাবিখনেই তাৰ ফালে আগবাঢ়ি আহিছে আৰু ভীৰুৰ দৰে সি কেৱল গতিবিধি লক্ষ্য কৰিছে ।

নিঃশব্দে সি খিৰিকীখন জপাই দিলে । শব্দ হয় বুলি হুক্ কেইডালো লগাবলৈ চেষ্টা নকৰিলে । তাৰ পাচত লাহে লাহে আহি সি টেবুলৰ ওচৰ পালেহি । টেবুলতে থকা হাতঘড়ীটো হাতলৈ ললে আৰু কেইটা বাজিছে তাক চাব খুজিলে। ঘড়ীটোলৈ চাই তাৰ চকু দুটা ডাঙৰ হৈ গ'ল । বিশ্বাস হোৱা নাই যেন



সময়টোৰ ওপৰত—ঠিক এই ভাবি সি কাণৰ ওচৰলৈ ঘড়ীটো নিলে। চলি আছে । খুব সন্তৰ্পণে আকৌ ঘড়ীটো সি থৈ দিলে । এইবাৰ তাৰ বাহিৰলৈ ওলাই যাবৰ মন গ'ল । অথচ সি জানে সকলোবোৰ ল'ৰা ইতিমধ্যে ওলাই গৈছে । বাহিৰৰ বাৰাণ্ডালৈ গ'লে সি উকা বাৰাণ্ডাখনহে দেখিবলৈ পাব । হয়তো সদায় থকা কুকুৰকেইটা বাৰাণ্ডাৰ এমূৰত শুই থকা দেখিব ।

ডাইনিং হলত ভাত খাই থাকোঁতেই সি বাতৰিটো পাইছিল। এজন এজনকৈ কেইবাজনৰো মুখ বাগৰি গোটেইখনতে কথাটো ৰাষ্ট্ৰ হৈ পৰিছিল । তেতিয়াই কেইবাজনো ল'ৰা উত্তেজিত হৈ পৰা সি অনুমান কৰিব পাৰিছিল । তাৰ ওচৰতে ভাত খাই থকা আন এজন ল'ৰাই তাৰ ফাললৈকে চাই কৈছিল—"শাস্তি বৰ কঠোৰ হ'ল নহয় ?"

"এৰা"—সাধাৰণ ভাবেৰেই সি কবলৈ চেষ্টা কৰিলে।

ডাইনিং হলৰপৰা ওলাই নিজ কোঠাটোৰ ফালে আহি থাকোঁতেই কোনোৱা এজনে খুব দৌৰাদৌৰি কৰি আহি হঠাতে তাক কৈছিল—"এতিয়াই ওলাব লাগে । কালিলৈতো আৰু সময় নহব । ৰাতি-পুৱাই হয়তো পুলিচ আহিব । সকলো ল'ৰা গোটখাই এতিয়াই এটা মীমাংসালৈ আহিব লাগিব । সাজু হওক ।" এইবুলি কৈয়েই ল'ৰা-জন আঁতৰি গৈছিল । তাৰ পাচত কোঠাটোত সোমাই সি কাপুৰুষৰ দৰে ভিতৰৰপৰা দুৱাৰখনৰ হুক্‌ডাল লগাই দিছিল ।

বিছনাখনতে বহি, সি হাততে সৈ অহা তামোলখন মুখত ভৰাই লৈ বাৰাণ্ডাত হোৱা গণ্ডগোলৰ গম লব খুজিছিল । অস্পষ্ট গুণ্-গুণনিৰ বাদে কোনো কথাই সি শুনা নাছিল। জোতাৰ শব্দ, দুৱাৰ মৰা শব্দ, বাহিৰৰপৰা হুক্ লগোৱা শব্দ শুনি সি বুজিছিল যে ল'ৰাবোৰ সাজু হৈছে ।

নিশব্দে সি বহি থাকিল । অস্থিৰতাত তাৰ মন উতলা হৈ

পৰিল। এফালে বিবেক আৰু আনফালে এই অভাৱনীয় পৰিস্থিতিৰ আহ্বান--এই দুটাৰ মাজত কোনটো সত্য? কোনটো সি মানি লব? যদি বিবেকক মানে তেতিয়া হ'লে সকলোবিলাক বন্ধু-বান্ধৱ বাদ দিব লাগিব। আৰু যদি সকলোবিলাক বন্ধু-বান্ধৱক মানে তেতিয়া হ'লে বাদ দিব লাগিব নিজৰ বিবেকক। সি জানে ব্যক্তিগতভাৱে সকলোৱে ভাবি-চিন্তি আগবাঢ়িব পাৰে। যিহেতু প্ৰত্যেকৰে ভাবিব পৰা শক্তি আছে। কিন্তু সেই ভাবিব পৰা শক্তি উন্মত্ত মানুহৰ হেৰাই যায়। "এ ম'ব্ হেজ্ মেনি হে'ড্চ্ বাট ন' ব্ৰেইন্।" ···এতিয়া সি কি কৰিব? সকলোৱে লগত ওলাই যাব নে নিশব্দে কোঠাটোতে সোমাই থাকিব?··

চুইচ্টো অন কৰি সি ফেনখন ঘূৰাই দিলে। তাৰ পাচত আহি সি বিছনাখনত ওপৰমুৰাকৈ শুই পৰিল। আৰামী চকী এখনত বহাৰ দৰে মূৰটোৰ পিচফালে হাত দুখন দি আৰু ভৰি এটা চপাই আনি ত্ৰিভুজৰ আকাৰেৰে সি বিছনাখনতে পৰি ৰ'ল।

ফেনৰ মৃদু শব্দৰ বাহিৰে বাকী বাহিৰৰ শব্দবোৰ ক্ৰমাৎ নাইকিয়া হৈ গ'ল। চুৱাপাতনিত কুকুৰ কেইটাই শিয়ালক ভুক্ ভুক্ কৈ খেদি নিয়া শব্দ স্পষ্টকৈ সি অনুমান কৰিব পাৰিলে।

নাতিদূৰৰপৰা কোনোবা এজনে কোৱা সি শুনিলে—"বন্ধুসকল ৰ'ব নালাগে। আগবাঢ়ো আহক। ৰাতি বহুত হ'ল।" নিশাৰ নীৰৱতা ভেদ কৰি অহা শব্দটো যেন তাৰ কাণত প্ৰতিধ্বনিত হৈ উঠিল···"বন্ধুসকল···!"

বিছনাখনৰপৰা সি উঠি আহিল। লাহে লাহে খিৰিকীখনৰ ওচৰলৈ গ'ল। খিৰিকীৰ ফাঁকেদি সি চাই পঠিয়ালে। ফুলনি বাগিছাখনৰ সিকাষে ৰাস্তাটো। ষ্ট্ৰীট্ লাইটৰ পোহৰত সি দেখিলে অনেক ছাত্ৰৰ ভিৰ। এচপৰা ডাৱৰ যেন লাহে লাহে আঁতৰি গৈছে। মেকবেথৰ বিৰনাম হাবিখন যেন লাহে লাহে আগবাঢ়ি আহিছে।



বৰ অকলশৰীয়া৹অকলশৰীয়া যেন লাগিল তাৰ। বৰ যেন নিঃসহায় সি। ফেনৰ চুইচটো এইবাৰ সি অফ্ কৰি দিলে। ঘূৰি ঘূৰি এসময়ত ফেনখনো ৰৈ গ'ল। এইবাৰ আৰু করুণ যেন লাগিল পৰিবেশটো। মনে মনে শুই থকাৰ কথাও সি এবাৰ ভাবি চালে। তথাপি সাহ নহ'ল। ইমান ল'ৰাক উপেক্ষা কৰি তাৰ জানো টোপনি আহিব?

বাৰাণ্ডালৈ সি ওলাই আহিল। আপেক্ষিকভাৱে ভিতৰৰ কোঠাতকৈ বাহিৰত ঠাণ্ডা। সি ওলাই অহাৰ লগে লগে বাৰাণ্ডাত শুই থকা কুকুৰটোৱে এবাৰ নেজ জোকাৰিলে। নিশব্দে সি কেই-টামান কোঠা পৰীক্ষা কৰি চালে। ভিতৰত উজ্জ্বল লাইটৰ পোহৰ আৰু বাহিৰৰ ফালৰপৰা কোঠাবিলাক বন্ধা। বুজিবলৈ তাৰ বাকী নাথাকিল যে তাৰ বাদে সকলোবিলাক ওলাই গৈছে।

খৰ-ধৰকৈ আহি সি নিজৰ কোঠাত সোমালহি। টেবুলত থৈ দিয়া হাতঘড়ীটো পিন্ধি ললে। পোছাক! বাঃ—ইমান ৰাতিনো কোনে চাব!

তেতিয়া নিশা ১২ বাজি ১৫ মিনিট পাৰ হৈ গৈছিল।

বাহিৰৰপৰা দুৱাৰৰ হুকুডাল লগাই সি ওলাই আহিল। বাৰাণ্ডাখন পাৰ হৈ হোষ্টেলৰ দুৱাৰ মুখত সি দেখিলে চকীদাৰক। এখন চকীত মূৰ থৈ চকীদাৰে আৰাম কৰিছে। সি যোৱাৰ শব্দ শুনি চকীদাৰ ঘপ্‌কৰে থিয় হ'ল। তাক দেখি চকীদাৰে মাত লগালে—"বাবু আপোনাৰ বহুত দেৰি হৈ গৈছে। চব বাবুতো ওলাই গ'ল।"··

লাহে লাহে সি ৰাস্তা পালেহি। অদূৰত দেখিলে হোষ্টেলৰ লাইটৰ পোহৰ। পঢ়িবৰ বাবে সুবিধা কৰি টেবুললৈ লোৱা লাইট-বিলাক খিৰিকীৰ বাহিৰত ওলোমাই থোৱা দেখিয়েই সি বুজিলে যে তাতেই সকলোবোৰ গোট খাইছেগৈ। সি আগবাঢ়ি গ'ল।···

হোষ্টেলৰ সন্মুখৰ ফিল্ডখনত অসংখ্য ল'ৰাৰ ভিৰ । ইমান ছাত্ৰ গোট খাইছে । নিজৰ চকুকে যেন সি বিশ্বাস কৰিব নোৱাৰিলে । তেতিয়া হ'লে সকলোবোৰ ল'ৰাই আহিছে ।

লাহে লাহে সি ভিৰৰ মাজলৈ সোমাই আহিল ।

হোষ্টেলৰ সন্মুখৰ ফিল্ডখনতে মিটিং হৈছে । কিছুমানে ফিল্ডখনতে লেপেটা কাঢ়ি বহি লৈছে । কিছুমান থিয় দি আছে । এজনে বক্তৃতা দিছে । বাকীবোৰে মনে মনে শুনি আছে । হঠাতে বক্তৃতা দিয়া ল'ৰাজন বহিল । হাত চাপৰিৰ জাউৰি উঠিল । লগে লগে এটা গুণ্ গুণ্ কৈ কথা পতাৰ শব্দ হ'ল । সি মাত্ৰ বুজিলে যে গৰম আলোচনা চলিছে । জুইত জঁাপ দিবলৈ ক'লেও যেন কোনো পিচ হুঁহকি নাযায় ।

এটা চুকত থিয় হৈ সি অন্য এজনে পৰামৰ্শ আগবঢ়োৱা শুনিলে । সেইজনৰ বক্তৃতা শুনি সি যেন সকলোবিলাক পাহৰি গ'ল । ভিৰৰ মাজৰপৰা ওলাই গৈ এইবাৰ সি আনে বক্তৃতা দি থকা ঠাই-ডোখৰত থিয় হ'লগৈ আৰু সমজুৱাৰ ফালে চাই চাই আবেগেৰে সি কবলৈ ধৰিলে—“ছাত্ৰ বন্ধুসকল··· ”

## ।। আজি, মোৰ মন ।।

·ত পৰিছে প্ৰশান্তলৈ । মোৰ অতি মৰমৰ বন্ধু প্ৰশান্ত শইকীয়ালৈ । কোনো কাৰ্য্যকাৰণ নথকাকৈ কেতিয়াবা কেতিয়াবা কাৰোবাৰ কথা মনত পৰে । খুব মনত পৰে । জোনাক উপচি পৰা, শেৱালিৰ সৌৰভ ভাহি ভাহি অহা শৰতৰ স্নিগ্ধ আকাশখনলৈ চাই কেতিয়াবা মন উৰি যাব খোজে । উৰি যাব খোজে দূৰ দূৰ বহুত দূৰলৈ । কেতিয়াবা ভাল লাগে বসন্তত গাভৰু প্ৰকৃতিৰ ৰূপশিখা চাই । তেতিয়া, ঠিক সেই মুহূৰ্তত বাস্তৱ পৃথিৱীৰ কঠোৰতাৰ কথা অকণো ভাবিবৰ মন নাযায় । পখিলাৰ দৰেই যেন উৰি উৰি ঘুৰি ফুৰিম বিনন্দীয়া পৃথিৱীৰ ৰূপ চাই চাই । তেতিয়া ঠিক সেই মুহূৰ্তত একো কথা ভাবিবৰ মন নাযায় । কিন্তু একো কথা নাভাবোঁ বুলি ভাবিলেই বিপদ । কাৰণ 'একো কথা নাভাবোঁ' বুলি ভবা সচেতনতাই সোঁৱৰাই দিয়ে কাৰোবাৰ কথা । একান্ত আপোন হৈ কোনোবাই তেতিয়া যেন

কাণে কাণে ফুচফুচাই কয়—ইমান তন্ময় হৈ অকলে আপোনমনে কি ভাবিছা ? এতিয়া তোমাৰ ওচৰত মই কথা হ'লে তোমাৰ সকলো চিন্তা মোৰ মনৰ আকাশখনৰ লগত মিহলি হৈ এখন বেলেগ জগতৰ সৃষ্টি কৰিলেহেঁতেন, তাৰ শিপা থাকিলেহেঁতেন মাটিত আৰু সেই কাৰণেই মন উৰিলেহেঁতেন মাটিৰ পৃথিৱীৰ গন্ধ লৈ লৈ ; আৰু তেতিয়াই মই বাস্তৱ পৃথিৱীখনলৈ নামি আহোঁ। তেতিয়াই মোৰ মনলৈ আহে অতীতৰ কথা। শ্যোপেনহাৱাৰৰ দৰে বিচাৰি বিচাৰি পণ্ডিতে অতীতৰ দুখৰ দিনবিলাকৰ মাজত সুখৰ উহ। সেই দুখ, সেই বেজাৰ প্ৰথমতে হয়তো ব্যক্তিগত হৈ থাকে আৰু সেই ব্যক্তিগত দুখ-বেজাৰবিলাকৰ উপশম ঘটাবলৈ বিচাৰিবলগীয়া হয় কোনোবাক কাষত। বেলেগ অৰ্থত, লোকৰ দুখ-বেজাৰ বিলাকৰ কথা ভাবিলেই মনলৈ সান্ত্বনা আহে। তেতিয়াই ভাবিবলগীয়া হয় অন্যৰ কথা। মোৰ চিনাকি, একালত একান্ত আপোন বন্ধু হৈ থকা এজন দুজন বন্ধুৰ কথা। আজি মোৰ মনত পৰিছে প্ৰশান্তলৈ। মোৰ অতি মৰমৰ বন্ধু প্ৰশান্ত শইকীয়ালৈ।

এজাক বৰষুণ আহি গ'ল অলপ আগতে। হেমন্তৰ আকাশত এয়া অনাহূত অতিথি। তথাপি ভাল লাগিছে। সকলো ধূলি-মাকতি বৰষুণজাকে যেন ধুই লৈ গ'ল। চকুৰ পচাৰ নেপেলোৱাকৈ চাই থাকিবৰ মন যোৱা সদ্যস্নাতা গাভৰু এগৰাকীৰ দৰেই যেন এই আকাশৰ ৰূপ। ধোৱাই ধোৱা শুধ বগা বিছনা চাদৰ এখন হে যেন লাইটৰ পোহৰত জিলিকি আছে, অথবা একো নেলেখা শুধ বগা কাগজ এখনহে যেন বাহিৰত পৰি আছে। সকলোবিলাক ৰূপ ৰূপ, বগা বগা, কঁহুৱা ফুলৰ দৰে কোমল কোমল লাগিছে। এই ৰূপৰ আনন্দৰ সীমনাত মন উৰি উৰি যেন ভাগৰি পৰিছে। এই ভাগৰে কঢ়িয়াই আনিছে বিষাদ বিষাদ এটা ভাব। এই ৰূপৰ তন্ময়তাত আৰু ভাবৰ বোকোচাত



উঠি মোৰ মনত পৰিছে প্ৰশান্তলৈ। মোৰ অতি মৰমৰ বন্ধু প্ৰশান্ত শইকীয়ালৈ।

বহুত দিনৰ আগৰ কথা নহয়। দুবছৰৰ। তিনিবছৰো হব পাৰে। দিন হিচাপে অৱশ্যে বহুত দিনেই হ'ল। তেতিয়াই এৰি থৈ আহিছোঁ প্ৰশান্তক। হুলস্থুল কৰি ভালপোৱা সুকুমাৰ মনৰ ল'ৰা কিজানি খুব কমেই আছে পৃথিৱীত। কিন্তু এটা ল'ৰা আছে—যি হুলস্থুলৰ মাজত এক অদ্ভুত আনন্দ পায় আৰু সেই জনকলৰৱৰ মাজৰপৰা আহি নিজানত অকলশৰে কবিতাৰ কিতাপ পঢ়ে। সেইটো প্ৰশান্ত। মোৰ অতি মৰমৰ বন্ধু প্ৰশান্ত শইকীয়া। অৱশ্যে, হুলস্থুলীয়া ৰূপটো তাৰ বাহ্যিক। সকলোৰে লগত মিলিজুলি থাকিবলৈকে সি সেইখন মুখা পিন্ধে। আৰু সেই হুলস্থুলৰপৰা আঁতৰি আহিলেই সি মুখাখন খুলি থৈ আহে। তাৰ এটা ধাৰণা আছে, ব্যক্তিগত দুখ বা বেদনাক লোকৰ আগত মুকলি কৰি দিয়া অন্যায়। কাৰণ, কাৰো দুখত দুখী কোনো নহয়। হব নোৱাৰে। গতিকে সেইবোৰ লোকক দেখুৱাই লাভ কি ? লোকক দেখুৱা মানেই দুৰ্বলতা প্ৰকাশ কৰা।

কিন্তু সেই ল'ৰাটোৰো দুখ আছে। ঠিক দুখ বুলি কব নোৱাৰি। প্ৰকৃততে সেয়া ক্ষোভ। সেই ক্ষোভৰ জ্বালাত সিও এদিন সৈ কাঢ়িছিল তাৰ ব্যক্তিগত কথাবোৰ। মানুহৰ কথা, প্ৰকৃতিৰ বতাহ আৰু জুইক ৰোধকৰোঁ কোনেও ঢাকি ৰাখিব নোৱাৰে। ছাতি এটা মেলি সূৰ্য্যক ঢাকি ৰাখিবৰ চেষ্টা কৰিলে সূৰ্য্য ঢাক নাখায়, ঢাক খাব ছাতি মেলি ধৰা মানুহজনহে। সেইদৰে বাহিৰৰ প্ৰশান্ত আপোন কথাতে এদিন মেৰপাক খাই পৰিছিল। মন্ত্ৰমুগ্ধৰ দৰে সেইদিনা সি কেৱল কৈ গৈছিল। অনৰ্গল, অবিৰাম গতিৰে বৈ যোৱা জুৰিটো প্ৰথমতে যেনেকৈ জীৰ্ণ আৰু শেষত গভীৰ হৈ সাগৰত পৰেগৈ ঠিক তেনেকৈ তাৰ কথাবিলাকো ধেমালিৰপৰা

গৈ ক্ৰমাত গভীৰ হৈছিল। তাৰপৰা গভীৰতৰ।

সেইদিনা আমি বৰ প্ৰগল্‌ভ হৈ পৰিছিলোঁ। লাগবান্ধ নোহোৱা নানান কথা, আৰু-ভাৰ সমালোচনা কৰাৰ পাচতে আমাৰ আলোচনাৰ মাজলৈ আহিছিল কেইজনীমান বাছকবনীয়া ছোৱালী। সৰিতা, কল্পনা, সন্ধ্যা, শিখা……।

"সৰিতাক বাৰু কেনেকুৱা ছোৱালী যেন লাগে ?" হঠাতে প্ৰশান্তই মোক সুধিছিল।

"কেনেকুৱা লাগিব আৰু! এজনী ভাল ছোৱালী দেখিলে যেনেকৈ ভাল লাগে"—চমুকৈ মই কৈছিলোঁ।

তাৰ পাচত সি মোক কি কথা কৈছিল সেইকথা শুনি অবাক বিস্ময়েৰে তাৰ মুখলৈ চাই ৰৈছিলোঁ। ভাব হৈছিল এই এটা বছৰে সি মোৰ লগত থাকিও মোক যেন অকণোকে বিশ্বাস কৰিব পৰা নাই। কাৰণ ইমান দিনে সি এই কথা অন্ততঃ মোক কব পাৰিলেহেঁতেন। এনেকৈ লুকুৱাই থোৱাৰ কি অৰ্থ হব পাৰে ? কি অৰ্থ থাকিব পাৰে ?

"ইমান দিনে এই কথা মই জানিবলৈ পোৱা নাছিলোঁ কিয় ?" অলপমান কঠোৰ ধৰণেই কথাষাৰ প্ৰশান্তক সুধিছিলোঁ।

"কোৱাৰ প্ৰয়োজন নাছিল। আৰু বিশেষকৈ মোৰ লাজ লাগিছিল এনেকুৱা এটা কথা কবলৈ। ইমান ঠেক গভীৰ মাজত সোমাই থাকি মুখৰ চুপতিকে আমি প্ৰেম বুলি ভাবোঁ। আৰু মোৰ ভয় লাগে মোৰ কথাবোৰ শুনি কিজানি কোনোবাই মোক উপহাস কৰে!…এতিয়াও তোক মই কথাবোৰ কম। তই কিন্তু ধৰি নলবি যে এয়া মোৰ প্ৰেমৰ কাহিনী। কাৰণ ইমান দুৰ্লভ বস্তু প্ৰেম সাধাৰণ মানুহৰ বাবে নহয়। আৰু আজিকালি যাক প্ৰেম বুলি কোৱা যায়—সেয়া জানো প্ৰেম! মই কিন্তু মুখৰ চুপতিহে বুলি ভাবোঁ আৰু ক'লে কব পৰা যায় প্ৰয়োজন বুলি। বহুতে বহুত ধৰণে



এই প্ৰয়োজনক লব পাৰে। ধৰ, এজনী ছোৱালীৰ কথা। তাইৰ ওচৰলৈ তহঁতৰ তথাকথিত প্ৰেম নিবেদন কৰিবলৈ বহুত ল'ৰা আহিব। কিবা এটা অজুহাত দেখুৱাই কথা পাতিবলৈ চাব। তাৰ পাচত আৰু এদিন…আৰু! বচ্‌ হৈ গ'ল। এতিয়া ল'ৰাটোৱে সগৌৰৱে কব পাৰে মোৰ লগত …। অন্যহাতে এইটোৱো সম্ভৱ হ'ব পাৰে—ধুনীয়া ছোৱালী এজনী নিচেই ওচৰত লৈ ফুৰা আৰু মনে মনে গৰ্ব-বোধ কৰা। নতুবা সকলোৰে দৃষ্টি আকৰ্ষণ কৰা। মুঠতে এইবিলাক প্ৰেম নহয়। কাৰণ মই জানো, ভালপোৱা বা কাৰোবাক ভালপাব পৰাটোৱো এটা আৰ্ট। ইও ঐশ্বৰিক সৃষ্টি। এই ঐশ্বৰ্য্য শতকৰা কেইজন প্ৰেমিক-প্ৰেমিকাৰ গাত আছে ? বহুতৰে নাই। কেৱল সুযোগ আৰু সুবিধা বুজি দুই-এটা কথা পতাই প্ৰেমৰ আচল লক্ষ্য হব নোৱাৰে। সেই প্ৰেমে পৰস্পৰে পৰস্পৰক কৰি তুলিব লাগিব মহীয়ান। প্ৰেমকে জীৱন বুলি ভাবি আমি বৰ ভুল কৰোঁ জান! কেতিয়াবা সেই ভুলেই অধঃপতনৰ বাট দেখুৱাই দিয়ে। আৰু এইটো নিশ্চয়কৈ জানিবি—যি প্ৰেমে প্ৰেমিক বা প্ৰেমিকাক অধঃপতনৰ পথলৈ লৈ যায় সেই প্ৰেম কেতিয়াও মহৎ নহয়। হব নোৱাৰে ?"

"তোৰপৰা মই প্ৰেমৰ ব্যাখ্যা শুনিবলৈ অহা নাই। আচল কথাটো ক'লেই মই সকলোখিনি বুজিম। সোনকালে তাকেই ক'।"

মোৰ কথা শুনি সি হাঁহিছিল। গম্ভীৰ হাঁহি। তাৰ পাচত কৈছিল, "এৰা অ' সকলো কথা যুক্তিৰে ফঁহিয়াই চাই মোৰ ভাল লাগে। অথচ মই জানো সচা কথাত কোনো যুক্তি নাই। যাক সত্য বুলি জনা যায় তাক যুক্তিৰে প্ৰতিপন্ন কৰিবলৈ গ'লেও মিছা।

"আচলতে সৰিতাক মই সৰুৰেপৰাই চিনি পাওঁ। দেউতা চৰকাৰী ডাক্টৰ। অ'ত ত'ত ঘূৰি ফুৰে। তেতিয়া মই সৰু। দেউতাৰ লগে লগে ময়ো ঘূৰি ফুৰোঁ। এবাৰ সৰিতাহঁতৰ ঘৰৰ কাষতে আমি আছিলোঁ। তেতিয়া মোৰ খেলাৰ সঙ্গী আছিল সৰিতা। বহুত দিনৰ

পাচত সেই সৰিতাক এৰি থৈ আমি আকৌ গুচি আহিলোঁ। এইদৰে দুই বছৰমান পাৰ হ'ল। তেতিয়া মই দশমমানৰ ছাত্ৰ। হঠাতে দেউতা আকৌ বদলি হৈ গ'ল সেই আগৰ সৰিতাহঁত থকা ঠাইলৈকে।ময়ো গ'লোঁ। বহুত দিনৰ পাচত সেই আগৰ ঠাইলৈ উভতি অহাৰ লগে লগেই মোৰ মনলৈ আহিল সৰিতাৰ কথা। মোৰ এসময়ৰ খেলাৰ সঙ্গী সৰিতা। তাৰ পাচত এদিন সৰিতাহঁতৰ ঘৰলৈ গ'লোঁ। বাহিৰৰ পৰ্টিকত বহি বহি মই ভাবিছিলোঁ সৰিতা আকৌ আহিব। সেই টিপ্‌টিপীয়া মুখেৰে সৰু ছোৱালীজনী আকৌ মোৰ ওচৰলৈ আহিব। তেতিয়ালৈকে মই ভবা নাছিলোঁ যে মোৰ লগে লগে সৰিতাও ডাঙৰ হৈছে। ৰবীন্দ্ৰনাথৰ কাবুলীৱালাটোৰ দৰেই মোৰ ভুল হৈছিল।

"এসময়ত সৰিতা আহিল। মোৰ কল্পনাৰ সৰিতাজনীয়ে ইমান ৰূপ ল'লে! আচৰিত লাগিছিল মোৰ। লগে লগে মই লাজো পাইছিলোঁ। তায়ো। তাৰ পাচত তাই মোক দাদা বুলি মাতিছিলো।"

ঠিক ইমানখিনি কোৱালৈকে সি প্ৰায় চঞ্চল হৈ আছিল। তাৰ পাচত তাৰ কথা গম্ভীৰ হৈ পৰিল। আনকি আগতে দিয়া প্ৰেমৰ ব্যাখ্যাও লাহে লাহে ওলোটা প্ৰমাণ হ'ল। মই কিন্তু তেতিয়া তাক সেই কথা সোঁৱৰাই দিয়া নাছিলোঁ। সি কৈ গৈছিল যে সিহঁতৰ মাজত লাহে লাহে এটা মধুৰ সম্পৰ্ক গঢ়ি উঠিল।

এদিন সিহঁত কলেজলৈ আহিল। সুবিধা আৰু ওচৰ চাপিল। তাৰ পাচত এই আনন্দ উচ্ছলতাৰ মাজতে সি এদিন দেখিলে যে সৰিতা লাহে লাহে আঁতৰি গৈছে। আঁতৰি যাবলৈ চেষ্টা কৰিছে। অৱশেষত তাকে দেখুৱাই সৰিতা অন্য এজনৰ কাষ চাপি গ'ল। থূলমূলকৈ কথা ইমানেই। ওপৰে ওপৰে চালে কথা বিলাক বৈচিত্ৰ্যহীন যেন লাগে। কিন্তু সি মোক যেতিয়া কাহিনীটো



নিৰ্ব্বিকৈ কৈ গৈছিল তেতিয়া মোৰ উতনুৱা মনো ভাৰাক্ৰান্ত হৈ উঠিছিল। নিজ চকুৰে মই ছোৱালীজনী দেখিছোঁ। লাহী, ওখ, তেজগোৰা ধুনীয়া চেহেৰাৰ ছোৱালী। নাম সৰিতা। প্ৰশান্তই মতা নাম স্বপ্না। কোনেও নাজানে সেই নাম। প্ৰশান্তকো তাই বেলেগ নাম দি মাতিছিল--'দেৱদা'।

আজি মোৰ মনত পৰিছে প্ৰশান্তলৈ। মোৰ অতি মৰমৰ বন্ধু প্ৰশান্ত শইকীয়ালৈ। বিনন্দীয়া পৃথিৱীৰ ৰূপ চাই চাই উৰি ফুৰিবৰ মন যোৱা এনেকুৱা এটা মুহূৰ্ততেই সি মোক কৈছিল—"জান কেশৱ! প্ৰেম মানুহৰ জীৱনত প্ৰয়োজন। অন্ততঃ যাৰ জীৱনলৈ এবাৰ প্ৰেম আহি গৈছে সি সেই সোৱাদ খুব সোনকালে পাহৰি যাব নোৱাৰে। মোৰ জীৱনৰপৰা সৰিতা আঁতৰি যোৱাৰ পাচতো কিয় জানো প্ৰায়েই মাজে মাজে মই বৰ উদাস হৈ পৰোঁ। নাভাবোঁ বুলিও ভাবিবলগীয়া হয় কথাবোৰ। কিন্তু প্ৰেম ইমান ঠুনুকা হবলৈ কিয় পালে? কেনেকৈ হব পাৰিলে? মোৰ এই মনোকষ্টৰ বাবে দায়ী সৰিতা নে মই? যদি সৰিতাই হয় তেতিয়া হ'লে সৰিতাই অন্য পুৰুষ এজনৰ লগত হাত ধৰাধৰি কৈ হাঁহি হাঁহি পাৰ হৈ গ'লে মই কিয় কষ্ট পাওঁ? ময়োতো সৰিতাক দেখুৱাব পাৰোঁ অন্য এজনী ছোৱালীৰ লগত হলি-গলি কৰি। কিন্তু পৰা নাই। কিয়? তেতিয়া হ'লে ময়েই প্ৰকৃত প্ৰেমিক আছিলোঁনে কি?"

কেতিয়াবা অনৰ্গল কবিতা মুখস্থ মাতি যাব পৰা, কেতিয়াবা কাকো মুখেৰে মাত নিদিয়াকৈ ঘণ্টা ঘণ্টা জুৰি নিজৰ কোঠাত সোমাই থাকিব পৰা সেই প্ৰশান্তটো মাজতে হৈ উঠিছিল অশান্ত। সেইদিনা মোৰো কান্দি দিবৰ মন গৈছিল। তাৰ কথা ভাবি মোৰ মনো ভাৰাক্ৰান্ত হৈ পৰিছিল। মনে মনে মই অভিশাপ দিছিলোঁ সৰিতাক। সৰিতা নামৰ সেই লাহী, ওখ, তেজগোৰা

ধুনীয়া ছোৱালীজনীক। সৰিতাৰ লগত সাঙুৰি সকলো নাৰীক তেনেকৈ মই কব নোৱাৰোঁ। কাৰণ, সকলো নাৰীয়েই মাতৃ, অন্ততঃ এসময়ত মাতৃ হব। এই ধাৰণাকে আটোম-টোকাৰীকৈ বুকুত বান্ধি মই কোনো দিনেই নাৰীৰ প্ৰতি ঘৃণাৰ ভাৱ প্ৰকাশ কৰা নাছিলোঁ। নাৰী-দৰদী শৰৎচন্দ্ৰৰ দৰেই মই ভাবিছিলোঁ—কোনো দেশৰ পুৰুষেই নাৰীৰ যথাৰ্থ মূল্য দিব পৰা নাই।

আজৰি সময়ত কেতিয়াবা পঢ়া গল্প, উপন্যাস, আলোচনা, মহাপুৰুষসকলৰ বাণী আদিত তিৰোতাৰ সম্পৰ্কে বিভিন্ন মন্তব্য পাওঁ। প্ৰায় সকলোৱেই দোষ দিব খোজে তিৰোতাক। সেইবোৰকো মই বেচি গুৰুত্ব নিদিছিলোঁ। কিন্তু যেতিয়া দেখিলোঁ, সামান্য এটা কথাতেই প্ৰশান্তৰ নিচিনা সুকুমাৰ মনৰ ল'ৰা এটাৰ মন একেবাৰে ভাগি পৰিছে তেতিয়া ময়ো ক্ষুব্ধ হৈ উঠিছিলোঁ। এজনী সামান্য ছোৱালী হৈ এটা সুকুমাৰ মনৰ ল'ৰাকো বুজি নাপায় যদি সিহঁত সুখী হব কেনেকৈ? সুখী কৰিব কোনে?

জোনাক উপচি পৰা এই তৰাফুলা ৰাতি, মলয়াৰ বোকোচাত উটি অহা মধুমালতীৰ মধুৰ সুবাস, সমস্বৰে গীত জোৰা সৰীসৃপৰ মৃদু-মধুৰ কলৰৱে এতিয়া বাৰে বাৰে মোক সোঁৱৰাই দিছে প্ৰশান্তৰ কথা। মোৰ অতি মৰমৰ বন্ধু প্ৰশান্ত শইকীয়াৰ কথা। বহুত দিনৰ কথা নহয়। দুবছৰৰ। দিন হিচাপে অৱশ্যে বহুতেই হ'ল। তেতিয়াই এৰি থৈ আহিছোঁ প্ৰশান্তক। শেষৰ ফালে লগ পাওঁতে প্ৰশান্ত যেন অতিশয় নিৰ্মম হৈ পৰিছিল। স্পষ্টকৈ সেইদিনা সি সৰিতাৰ কথা কৈছিল। কৈছিল যে সি এতিয়া সৰিতাক ঘৃণা কৰে। আৰু কৈছিল—"জান! প্ৰেমৰ কাৰণে লাগে ঐশ্বৰ্য্য। সেই ঐশ্বৰ্য্য সৰিতাৰ নাই। অকল সৰিতাৰে নহয় বহুতৰে নাই। 'প্ৰেম'—মাত্ৰ এই দুটা আখৰ যেন ক্ৰমাত গতানুগতিক আৰু সহজলভ্য হৈ পৰিছে। ভালপোৱা, প্ৰেম আদি কথা সৰুবেপৰা শুনি শুনি আজিকালি ল'ৰা ডেকা হবলৈ নাপাওঁতেই, ছোৱালী যুৱতী নৌ হওঁতেই প্ৰেম কৰিবলৈ শিকিছে। তাৰ ফলত প্ৰেম হৈ পৰিছে অনায়াসলব্ধ। এই প্ৰেমে সমাজৰ উন্নতি কৰিব নোৱাৰে। কেৱল যুৱক-যুৱতী হৈ উঠাটোৱেই ভালপোৱাৰ একমাত্ৰ কাৰণ হব নোৱাৰে। সিদিনা স্পেন্সাৰৰ এষাৰ কথা পাইছিলোঁ—এনেকুৱা এটা দিন আহিব যেতিয়া যৌন সম্পৰ্কত প্ৰেমৰ দাবী মুখ্য হব। আইন-কানুনৰ দাবী হব গৌণ। কথাষাৰে মোক দেখোন সান্ত্বনা দিব পৰা নাই।

আজি প্ৰশান্ত নাই। কিন্তু মোৰ মনৰ মণিকোঠাত সযতনে সজাই থোৱা আছে তাৰ স্মৃতি। জল্ জল্ পট্ পট্ হৈ মনত আছে সি কোৱা কথাবোৰ। আবেগক প্ৰাধান্য দি, সৰিতাৰ প্ৰতি বিক্ষুব্ধ হৈ সি হয়তো নাৰী সম্পৰ্কে কেতিয়াবা বৰ কৰুণ মন্তব্য প্ৰকাশ কৰিছিলি। তথাপি সি বৰ আশাবাদী আছিল। অন্তৰৰ দাৰুণ আঘাত লুকুৱাই ৰাখিও সি "লাইফ ইজ গ্ৰেটাৰ দেন্ আৰ্ট" বোলা কথাষাৰৰ আৰ্ট শব্দটো আঁতৰাই মাজে মাজে মোক কৈছিল "লাইফ ইজ গ্ৰেটাৰ দেন্ লাভ।" এই কথাষাৰ প্ৰথম দিনাখন কওঁতে তাৰ মুখখন কৰুণতাৰে যেন আৰ্দ্ৰ হৈ পৰিছিল।

তাৰ পাচত মই গুচি আহিলোঁ। দুটা বছৰো পাৰ হৈ গ'ল। এই দুটা বছৰৰ প্ৰথমাৰ্দ্ধত তাৰপৰা কেইখনো চিঠি পাইছিলোঁ। তাৰ পাচত লাহে সিও সেৰেকা হৈ আহিবলৈ ধৰিলে। এয়া স্বাভাৱিক কথা। সকলোৰে ক্ষেত্ৰত স্বাভাৱিক। মানুহৰ উচ্ছ্বাসৰ সুৰ কোনো দিনেই একেদৰে নাথাকে। কেনোৱা নদীৰ পাৰত বেলি ডুব যোৱা দৃশ্য চাই চাই তন্ময় হৈ থাকোঁতে কোন টলকত আন্ধাৰ ঘণীভূত হৈ আহে কব নোৱাৰাৰ দৰে মানুহৰ একালৰ উচ্ছ্বাসৰ সুৰটোৱো ক্ৰমাত বিলীন হৈ যায় দিগন্তৰ বুকুত। স্মৃতি বিলাক কিন্তু খুব সোনকালে হেৰাই নাযায়। হৃদয়ৰ গোপন তলিত থূপ-

খাই পৰি থকা পুৰণি স্মৃতিৰ টুকুৰাবোৰ কেতিয়াবা সাৰপাই উঠে। তেতিয়া, কোনো কাৰ্য্যকাৰণ নথকাকৈ কেতিয়াবা কেতিয়াবা কাৰোবাৰ কথা মনত পৰে। খুব মনত পৰে।

আজিও প্ৰশান্তৰপৰা এখন চিঠি পাইছোঁ। কবি মিৰ্জা গালিবেৰে সি চিঠিখন আৰম্ভ কৰি লিখিছে ঃ

"পুস্তে হেঁয় হালে দিল
কুণ্ডে মিছালে চাহাবা
আঁগ লগাকৰ
জীয়ে ভি কুঁৱৰা চল ৰহা"

মিৰ্জা গালিব দিয়েই চিঠিখন আৰম্ভ কৰিলোঁ। সুবুজাকৈ পঢ়িলে ৰস নাপাৱ। অৰ্থটো হৈছে এই ঃ মোৰ কথানো কি জনাম! মৰুভূমিৰ বুকুত এডাল সৰু শুকান কাঠৰ দৰে পৰি আছিলোঁ। কববাৰ এদল বেদুইন আহি তাকো জ্বলাই থৈ গুচি গ'ল।

আজি, বহুত দিনৰ পাচত তোলৈ মনত পৰিল। আজি ভাবি পালোঁ বহুত দিনৰ আগতেই তোৰপৰা এখন চিঠি পাইছিলোঁ। লগে লগে হয়তো উত্তৰো লিখিছিলোঁ। পষ্ট নহ'ল চাগৈ। এয়া আজি নতুনকৈ লিখিছোঁ। তেতিয়াই কি লিখিছিলোঁ মনত নাই। সেইবোৰ পুৰণি কথা। পুৰণি কথাবোৰ এনেয়েও আজিকালি মই পাহৰি থাকিবলৈ যত্ন কৰোঁ। সেইবাবেই প্ৰত্যেকটো দিনেই মোৰ বাবে নতুন। আজি মঙ্গলবাৰ। ঈশ্বৰে তোৰো মঙ্গল কৰক। তোৰ কথা ভাবিয়েই মূৰ তললৈ কৰি তোৰ লগে লগে ঈশ্বৰৰ কথাও ভাবিছোঁ। ঈশ্বৰ ক'ত থাকে নাজানো। আছেনে নাই তাকো নাজানো, কিন্তু জানো কিবা এটা অদৃশ্য শক্তিয়ে মাজে মাজে আমাক হাত বাউল দি মাতে। সেইবাবে কোনেও নজনাকৈয়ে কাৰোবাৰ প্ৰতি আকৰ্ষণত এনেয়ে মূৰ দোঁ খাই যায়। তোৰ মুখখন মোৰ মনৰ সন্মুখলৈ আনি ভাবিছোঁ—প্ৰভু কেশৱৰ মৰম কুমলীয়া মনটো যেন



কোনো দিনেই কঠোৰ নকৰা। মোৰ সন্মুখত থাপনা নাই। মিঠাতেলৰ জ্বলি থকা শলিতা গছিও নাই। তথাপি অন্তৰৰ নিভৃত কোণৰপৰা নিগৰি অহা মৰম, চেনেহ, শুভেচ্ছাবোৰ আছে। সদায় থাকিব। কাৰণ, গতানুগতিকতাৰ তৰাভৰা মোৰ স্মৃতিৰ আকাশত পূৰ্ণিমা জোনৰ দৰে কোনোবা যদি আজিও ভাস্বৰ হৈ আছে—সেয়া আন কোনো নহয়। তই। একমাত্ৰ তোকেই মই মোৰ সকলোবোৰ কথা প্ৰাণখুলি কব পাৰিছিলোঁ। এতিয়া মই বৰ অকলশৰীয়া। গভীৰ অৰণ্যৰ মাজৰ লুংলুঙীয়া বাটৰ দৰেই যেন মোৰ বাট। বাটত জোনাক পিচলি পৰা দুবৰিৰ দলিচা নাই। আছে কাঁইট। ক্লান্তি।...

অ' আজিকালি তই দেখোন গল্প লিখিবলৈ ধৰিছ। মোক লৈও দেখোন এটা গল্প হয়। নহব জানো? অৱশ্যে মামুলি প্ৰেমৰ গল্প হব। আজিকালি মোৰ বৰ হাঁহি উঠে পুৰণি কথাবোৰ ভাবি। মানুহৰ মনবিলাক যে কিমান বিচিত্ৰ! কবি গুৰুৱ "সাধাৰণ ছোৱালী"জনীয়ে ঔপন্যাসিক শৰৎচন্দ্ৰক অনুৰোধ কৰাৰ দৰে ( অনুৰোধ কৰিছিল ঃ এজনী সাধাৰণ ছোৱালীৰ গল্প লিখা তুমি। তাইৰ নাম দিবা মালতী। তাই ফৰাচী জাৰ্মান একো নাজানে, কেৱল কান্দিব জানে ) মোৰো তোক অনুৰোধ কৰিবৰ মন গৈছে—এটা সাধাৰণ ল'ৰাৰ গল্প লিখ। তাৰ নাম দিবি দেবদা ( দেৱতা নহয় ), সি এজনী কাঠচিতীয়া ছোৱালীক ভাল পাইছিল। ছোৱালীজনীৰ নাম দিবি সৰিতা বা স্বপ্ন। তাই কান্দিব জানে; ভাল পাবও জানে। কিন্তু সেই কান্দোন কৃত্ৰিম। সেই কান্দোনত নাথাকে বেদনাৰে জৰ্জৰিত হিয়াৰ আকুল মিনতি। থাকে বিষ, যি বিষে ভৱিষ্যত এজন মানুহৰ জীৱন কৰি তুলিব পাৰে বিষময়।

চিঠিখন পঢ়ি মই বুজিলোঁ যে আজিও তাৰ মনৰপৰা পুৰণি কথাবিলাক আঁতৰি যোৱা নাই। প্ৰাণপণে চেষ্টা কৰিছে হয়তো,

কিন্তু পাহৰিব পৰা নাই। ই হয়তো স্বাভাৱিক। জীৱনত অসংখ্য ঘটনাৰ সমাবেশ হ'লেও মানুহে নিজৰ অজানিতভাৱে সেই ঘটনাটোৰ স্মৃতিকেই জীৱনৰ প্ৰথম স্মৃতি বুলি মনত ৰাখে যিটোৰ দ্বাৰা মানুহে নিজৰ অনুভূতিস্মুলভ দৃষ্টিভঙ্গীক সত্য বুলি প্ৰমাণ কৰিব পাৰে। তেতিয়াহলে প্ৰেম বুলি জানো একো নাই এই পৃথিৱীত ? নিশ্চয় আছে। আমাৰ প্ৰত্যেকৰ হৃদয়তে প্ৰস্তৰীভূত অহল্যাৰ দৰে প্ৰেম নিস্প্ৰাণ হৈ আছে। আছে দীপাধাৰ। তাত তেল-শলিতা সকলো আছে। নাই কেৱল সেই উত্তাপ, যি উত্তাপৰ দ্বাৰা শলিতা জ্বলিব পাৰে শিখা হৈ। দুটা অস্তিত্ব যেতিয়া এক হৈ পৰে তেতিয়া হৃদয়ৰ সেই শলিতা গছি জ্বলি উঠে আনন্দৰ শিখা হৈ। দুটা জীৱনে তেতিয়া কয়, কব পাৰে ক্ৰমবিকাশৰ পথত আমাৰ যাত্ৰা আৰম্ভ হ'ল।

কিন্তু সেই প্ৰেম সেই ভালপোৱা আমাৰ মাজৰপৰা উধাও হৈ গৈছে। তাৰ ঠাইত কেৱল পৰি ৰৈছে এটা ভগা বাহ। যিটো বাহ এদিন আটোমটোকাৰীকৈ মানুহেই সাজি লৈছিল। এই কথা মই বাৰু প্ৰশান্তক বুজাম কেনেকৈ ?

জোনাক উপচি পৰা মেঘমুক্ত নীলা আকাশ এয়া। সকলো ফালে ৰূপ ৰূপ বগা বগা কহুৱা ফুলৰ দৰে কোমল যেন লাগিছে। মৃদু মধুৰ বতাহত নাচি নাচি ঘূৰি ফুৰিছে মন-প্ৰাণ হৰি নিয়া শেৱালী ফুলৰ সুবাস। এয়া প্ৰাণৰ ৰং। এয়া মনৰ ৰং। বৰ কোমল, বৰ করুণ ; যেন খুব স্পৰ্শকাতৰ এই ৰূপৰ সীমনাত যেন মন উৰি উৰি ভাগৰি পৰিছে। এই ভাগৰে কঢ়িয়াই আনিছে বিষাদ বিষাদ এটা ভাব। এই ৰূপৰ তন্ময়তাত আৰু ভাবৰ বোকোচাত উঠি মোৰ মনত পৰিছে প্ৰশান্তলৈ। মোৰ অতি মৰমৰ বন্ধু প্ৰশান্ত শইকীয়ালৈ।

## ॥ সময় ॥

ঠেক সৰু ৰাস্তাটোৰেদি পেন্টটো সামান্য ভাৱে দাঙি দাঙি আগবাঢ়িল বিজয় চলিহা। এটা জঘন্য কুৎসিৎ গলিৰ মাজলৈহে সি যেন সোমাই গৈছে। বোকা আৰু পানীৰে আবৃৰা সমগ্ৰ ৰাস্তাটোৰ কেৱল তলফালে চকু ৰাখি খুপি খুপি অলপ দূৰ আগবাঢ়িয়েই সি অদূৰৰ সৰু জুপুৰি ঘৰটোলৈ চালে। বাঁহৰ দুৱাৰখন খোল খাই আছে। বেৰখনত ওলমি আছে তলামৰা শিকলিডাল। বিজয় অলপ আশ্বস্ত হ'ল। পৰম সুন্দৰভাৱে ঠেক কোঠাটোৰ সঙ্কীৰ্ণতাৰ মাজত কেইটামান মুহূৰ্ত অলসভাৱে কটাই দিয়াৰ কল্পনাৰে তাৰ মন যেন হৈ উঠিল চঞ্চল। কিন্তু পিচ মুহূৰ্ততে আকৌ তাৰ মন সন্দেহেৰে ভাৱাক্ৰান্ত হৈ পৰিল। "জীৱনক জানো এতিয়া পোৱা যাব ?"—এই কথাষাৰ মনলৈ অহাৰ লগে লগেই সমগ্ৰ পৰিৱেশটো যেন থিতাতে উকা হৈ পৰিল। তথাপি, তলমূৰকৈ ধীৰে ধীৰে সি আকৌ আগবাঢ়িল। দুখোজমান আগবাঢ়ি বিজয় চলিহা

আকৌ ৰৈ গ'ল। আধা নলমান ৰাস্তা, কেনিও যাবৰ সন্ধি নাই, কেৱল বোকা। বোকাৰ মাজে মাজে অৱশ্যে দুই-এটা ইটাৰ টুকুৰা এতিয়াও মূৰ দাঙি থিয় হৈ থকাৰ দৰে আছে। আৰু আছে দীঘল কৈ বোকাৰ মাজে মাজে পেলাই থোৱা এডাল তামোল গছ। বতাহত কেনেবাকৈ ভগা তামোল গছ জোপাৰ সৎ ব্যৱহাৰ কৰা হৈছে। বোকাৰ মাজত পেলাই থোৱা তামোল গছ জোপাৰ এমূৰত লাহেকৈ ভৰি এটা দি হেচি চালে বিজয়ে। মানুহৰ ভৰ পাই বোকাৰ মাজলৈ তামোল গছৰ মূৰটো লাহেকৈ সোমাই গ'ল আৰু তাৰ চাৰিওফালে পুঁজৰ দৰে কিছুমান বোকা মিহলি পানী ওলাই আহিল। খুব সন্তৰ্পণে ভৰি চোঁচোৰাই চোঁচোৰাই বিজয় চলিহা আগবাঢ়িল। হঠাতে বিজয় চলিহাৰ অনুভৱ হ'ল যেন সি চাৰ্কাচত দেখুৱাৰ দৰে এডাল তাঁৰৰ ওপৰেদিহে পাৰ হৈ গৈছে। পেলাই থোৱা তামোল গছডালৰ ওপৰেদি কোনো মতে পাৰ হৈ বিজয় চলিহাই আকৌ উভতি চালে পিচফালৰ ৰাস্তাটোলৈ। দুই নলমানৰ ৰাস্তা ডোখৰ যেন ৰাস্তা নহয়। এডোখৰ পিতনি। ইয়াৰ মাজেদিও মানুহ আহ-যাহ কৰে—এই ৰাস্তাইদি খোজ কাঢ়ি গৈয়ো হৱত সোমাই মানুহে ভৱিষ্যতৰ কল্পনা কৰে, দেখে সুন্দৰ সুন্দৰ স্বপ্ন।

কোনো শঙ্কা নোহোৱাকৈ বিজয় চলিহা সৰু জুপুৰি ঘৰটোলৈ সোমাই গ'ল। আৰু দুৱাৰ মুখৰপৰাই চিঞৰি গ'ল---"জীৱন, অ' জীৱন।" কোনো সাৰ-সুৰ নথকা দেখি বিজয় চলিহাই নিজে নিজে ক'লে, "কোনো নাই নেকি?" আপোনা-আপুনি কথাষাৰ উচ্চাৰিত হৈ নিশব্দে কোঠাটোৰ মাজতে কথাষাৰ বতাহৰ লগতে মিহলি হৈ পৰাৰ আগতে বিজয় চলিহা গৈ বহিলেগৈ জীৱনৰ বিছনাখনত। মূৰৰ শিতানৰ ফালে জীৱনৰ টেবুলখন। সৰু-বৰ অসংখ্য কিতাপ আৰু কিছুমান কাগজেৰে টেবুলখন আবৰ্জনা হৈ আছে। টেবুলৰ এমূৰত প'ৰ্টফলিও বেগটো দেখি বিজয়ৰ



হাতখন সেইফালে আগবাঢ়ি গৈছিল। কাৰণ, সেই বেগটোতে সি এদিন আবিষ্কাৰ কৰিছিল কেইখনমান আচৰিত ফ'টো, যাৰ ব্যাখ্যা দিবলৈ গ'লে পদে পদে সচেতন হব লগীয়া হয় নৈতিকতাৰ কথা ভাবি। সঙ্কীৰ্ণ এই জুপুৰি ঘৰটোত থাকিলেও জীৱন এতিয়া এনেকুৱা এটা স্তৰত উপস্থিত, যিটো স্তৰত দৈনন্দিন জীৱনৰ প্ৰাত্যহিক তুচ্ছতাৰ স্থান নাই। সৰল ভাবেৰে জীৱন এতিয়া অসংখ্য মানুহৰ মাজত মূৰ তুলি থিয় দিব পৰা মানুহ। অৱশ্যে জীৱনে এতিয়া নিৰস, একঘেয়েমী জীৱন এটা যাপন কৰি আছে। কিন্তু গোটেই ভৱিষ্যত তাৰ বাবে পৰি আছে এটা সোণালী সপোনৰ দৰে। অন্ততঃ এই কথা কাষে-পাজৰে থকা সাধাৰণ লোকে স্বীকাৰ কৰিবলৈ টান নাপায়। সাধাৰণ মানুহে শিক্ষাৰ মূল্য বুজে। এম. এ. পাছ কৰাটো যে সাংঘাটিত কথা—এই কথাও বুজে। নুবুজা জনেও অনুমান কৰি লয়। এজনী বুঢ়ীয়েতো তাক কৈছিল— "তই পুলিচৰ নিচিনা ডাঙৰ চাকৰি পাবি।"

প'ৰ্টফলিও বেগটোৰ ফালে হাতখন আগবাঢ়ি গৈছিল যদিও কঠোৰ সংযমেৰে সৈতে দমন কৰিলে বিজয়ে, তাৰ একান্ত ইচ্ছাক, তাৰ পাচত সি এখন কিতাপ মেলি ল'লে। চকুৰ আগেদি কিতাপৰ লিখাখিনি যেন নাচি নাচি পাৰ হৈ গ'ল। তথাপি সি কিতাপখনৰ পাতৰপৰা চকু আঁতৰাই নানিলে। দৈনিক কাকতখন মেলি লোৱাৰ আগতেই স্বাভাৱিক কিছুমান বাতৰি (খাদ্য সমস্যা, দুৰ্নীতি, অভাৱ-অনাটন, বানপানী আদি) কল্পনা কৰি আগতে লব পৰাৰ দৰে কিতাপখনৰ কথাবোৰো যেন সি অনুমান কৰি লব পাৰিছে। এনেতে ঘৰটোলৈ ডুপ্ ডুপাই সোমাই আহিল এজন ল'ৰা। সোমাই অহাৰ গম পায়েই সি মাত লগালে--"জীৱন, অ' জীৱন!"

"জীৱন নাই।" সোমাই অহাজনে ক'লে।

নাই! কলৈ গ'ল? তাৰ কোঠা যে খোলা!

নাই মানে, বৰ্তমানে ঘৰত নাই। অলপ আঁতৰত থকা মানুহ এঘৰত সাপ এডাল সোমাইছে। সি সেই মানুহ ঘৰলৈকে গৈছে। "সাপডাল মাৰিব লাগে" বুলি চুপ-চুপাই সোমাই অহা ল'ৰাজন আকৌ দৌৰ মাৰি ওলাই গ'ল। বোধকৰোঁ সাপ মাৰিবৰ বাবে অস্ত্ৰ নিবলৈ সি আহিছিল। অথবা তাক জীৱনে পঠিয়াই দিছিল তাৰ ঘৰৰপৰা যাঠিডাল নিবলৈ।

হঠাতে বিতৃষ্ণা উপজিল বিজয়ৰ। কিন্তু কাৰ ওপৰত এই বিতৃষ্ণা! কোন আছে ইয়াত!! জীৱনৰ দোষ ক'ত? তাৰ দৰে জীৱনেওটো জীৱনৰ নিৰাপত্তা বিচাৰিছে। অসহায়ৰ দৰে চট্ ফটাইছে, বিনিদ্ৰ ৰজনী কটাইছে; আৰু উপায় নাপাই সি কোনোমতে এটা সুৰঙা বিচাৰিছে নিসঙ্গতাৰ বোজাটো কমাবলৈ। এনেকৈ লোকৰ ঘৰত সাপ মাৰিবলৈ গ'লেওতো অলপ সময়ৰ অপচয় হয়। কিন্তু কিয়? কিয় সময়টোকেই গধুৰ বোজা এটাৰ দৰে লাগিছে বিজয়ৰ? কোনোতো অভাৱ নাই তাৰ। পুৱা পলমকৈ শুই উঠিছে, তাৰ পাচত বাট চাইছে দুপৰীয়া আহাৰৰ বাবে। দুপৰীয়া আহাৰ খোৱাৰ পাচত আকৌ জিৰণি লৈছে, মানে ভালকৈ এঘুমতি মাৰি লৈছে। ভালকৈ এঘুমতি মৰাৰ পাচত সন্ধ্যা সময়কণ কেতিয়া আহে তালৈ বাট চাইছে। সন্ধ্যা হোৱাৰ লগে লগে এপাক ফুৰিবলৈ যোৱাৰ মানসে ওলাই গৈছে আৰু গধূলি খোৱাৰ আগে আগে ঘৰৰ ল'ৰা ঘৰলৈ উভতিছে। ক'তা! ঘৰৰ কোনেওতো তাক একো কোৱা নাই। সি যে ঘৰখনৰ গলগ্ৰহ হৈ আছে—এই শব্দ এবাৰলৈও উচ্চাৰণ কৰা নাই। তেন্তে কিয় সি ইমান নিসঙ্গতাৰ বোজাত ভুগিছে? কিয় তাৰ ভাৱ হৈছে ঘৰখনৰ মাজত গলগ্ৰহ হৈ থকা বুলি? এই অভাৱ অনাটন দুৰ্দিনৰ মাজতো যে সি খাবলৈ পাইছে সেয়েই তাৰ বাবে শান্তিৰ কাৰণ হব লাগিছিল। কিন্তু হোৱা নাই। জীৱনেও শান্তি পোৱা নাই।



সেইবাবেই সি মাজে সময়ে দুপৰীয়া জীৱনৰ ওচৰলৈ আহে।

জীৱন আৰু তাৰ মাজত বহুত প্ৰভেদ। অন্ততঃ জীৱনৰ দৰে সি এইদৰে বসবাস কৰিব লগীয়া হোৱা নাই। এটা পুতিগন্ধময় পৰিবেশত থাকিব লগীয়া হোৱা নাই। নিজাকৈ তাৰ ঘৰ আছে।

......তথাপি, তথাপি জীৱনৰ লগত তাৰ মৌলিক পাৰ্থক্য ক'ত?

অজ্ঞাতসাৰেই বিজয়ে কেতিয়া কিতাপখন লুটিয়াই পেলালে গমেই নাপালে। হঠাতে কিছুমান লোকৰ হৈ-হাল্লা, চিৎকাৰ ধ্বনিত আদিম মানৱৰ দৰে সিও কাণ দুখন থিয় কৰি ৰ'ল। ঘৰটোৰ পিচফালৰ পৰা হঠাতে কিছুমান লোকৰ কথোপকথনৰ শব্দ ভাহি আহিল। এটা জন্তু মাৰি পৰম উল্লাসেৰে যেন সকলো বিলাক বিজয় গৌৰৱেৰে উভতি আহিছে। তাৰ মাজতে হঠাতে বিজয়ে জীৱনৰ মাত শুনিবলৈ পালে। সকলোকে উদ্দেশ্য কৰি জীৱনে কৈছে "এইটো পাঁচ ছহাত মান দীঘল হব—নহয়?" তাৰ এই কথাষাৰৰ ওপৰতে নানান ধৰণৰ মন্তব্য হবলৈ ধৰিলে। এই বিষয়ে কোনো এক মতত উপনীত হব নোৱাৰি অৱশেষত সকলোৱে জুখি চোৱাটোকেই মন্তব্য কৰিলে। ঠিক সেই সময়তে বিজয়ৰ মগজত খেলালে যে এই সময়ত মাত নিদিয়াকৈ থকাই বুদ্ধিমানৰ কাম। কাৰণ, মাত দিলেই গোটেই পৰিবেশটোৰ আনন্দ নাইকিয়া হব। অন্ততঃ তাৰ মাজত জীৱন নামৰ এজন সদস্য কমি যাব যাৰ মন্তব্য পাৰ্লামেণ্টৰ এজন এম-পিৰ মন্তব্যতকৈও তীক্ষ্ণ।

হঠাৎ জীৱন নিজৰ কোঠাটোলৈ সোমাই আহিল আৰু বিজয়ক নিজৰ কোঠাত সোমাই থকা দেখি আশ্চৰ্য্য প্ৰকাশ কৰিলে। তাৰ পাচত জীৱনে সাপটোৰ বিষয়ে এটা চমু মন্তব্য দাঙি ধৰিলে যেন সভাৰ কাম আৰম্ভ হোৱাৰ আগতে এজনে সভাৰ উদ্দেশ্য হে ব্যাখ্যা কৰিছে। চমুকৈ সাপটো মৰাৰ বৃত্তান্ত দৰ্শাই হঠাতে জীৱনো নিৰৱ হৈ পৰিল। সাপটোৰ সম্পৰ্কে শুনিবলৈ বিজয়ৰ ধৈৰ্য্য আৰু মানসিক

প্ৰস্তুতি যে নাছিল সেই কথা জীৱনে উপলব্ধি কৰিব পাৰিলে—বিজয়ৰ অন্যমনস্ক ভাৱ মুখমণ্ডলত ফুটি উঠা দেখি।

এটা গোমা পৰিবেশ। বাহিৰৰ প্ৰকৃতিৰ দৰেই গোমা। বিজয় অহা বাটছোৱাৰ দৰেই জঘন্য।

ইতিমধ্যে জীৱনো ভালকৈ বহি লৈছিল—বিছনাখনত। সাপটো মৰাৰ পাচত বিজয়ৰ আগত দিয়া বক্তৃতাটোৰ দৰে উৎসাহৰ সুৰ ক্ৰমাত হৈছিল হ্ৰাস। অলপ পাচতেই যেন পৃথিৱীখন ধ্বংস হৈ যাব আৰু সেই ধ্বংসৰ ভয়াবহতাৰ কথা ভাবিয়েই যেন সকলোবোৰ গম্ভীৰ। এটা ভৰি বিছনাখনলৈ তুলি বাঁও হাতৰ কিলাকুটিৰে বিছনাত থকা গাৰুটোত ভেঁজা দি জীৱনে মাত লগালে, "আমনি লাগিছেগৈ আৰু! কিমান দিন বব লাগিব এই অনিশ্চয়তাৰ মাজত?"

"মানুহৰ ধৈৰ্য্যৰ পৰীক্ষা হয় ইয়াতেই। এইবিলাক সকলোৱে জনা কথা। আমিও। কিন্তু তাক বাস্তৱত ৰূপ দিয়াহে বৰ কঠিন কাম।"

জীৱনে যেন কথাবিলাক শুনাই নাই—ঠিক এই ভাৱত ক'লে, "বহুত ঠাইলৈকে দৰ্খাস্ত কৰিছোঁ। কিন্তু কোনো উত্তৰ নাই।"

হাঁহি দিবৰ মন গ'ল বিজয়ৰ। ইমান সহজতে উত্তৰ পোৱা হ'লে সমস্যাবিলাক ইমান আউল লগা নহ'লহেঁতেন। জীৱনটো হৈ নুঠিলহেঁতেন সময়ৰ বোজা। কিন্তু এই বিলাকো প্ৰয়োজন জীৱনত। নহ'লে মানুহে জীৱনক বুজিব আৰু জীৱনৰ উপলব্ধি কৰিব পাৰিব কেনেকৈ? সকলো দৰ্কাৰ জীৱনত। হাঁহি-কান্দোন সুখ-দুখ এই সকলো বিলাকৰে প্ৰয়োজন আছে। চিৰ জীৱন সুখ ভোগ কৰাহেঁতেনো মানুহে কিজানি অৱশেষত মৃত্যুকেই কামনা কৰিলেহেঁতেন আৰু চিৰজীৱন হাঁহি হাঁহি কটোৱা হ'লেও মানুহে কিজানি হাঁহি শব্দৰ অৰ্থই পাহৰি গ'লহেঁতেন।



"বাৰু তোমাৰ নীনাৰ খবৰ কি?" পৰিবেশৰ গাম্ভীৰ্য্য পাতলাবৰ কাৰণেই বিজয়ে কথাষাৰ সুধিলে জীৱনক। জীৱনে তেতিয়া কিলাকুটিত ভৰ দি, বাঁও হাতখনতে গালখন পেলাই তাৰ জুপুৰি ঘৰটোলৈ সোমাব পৰাকৈ ৰখা সৰু, সদা-উন্মুক্ত খিৰিকীখনেদি বাহিৰৰ সেমেকা পৰিবেশটো অন্যমনস্কভাৱে লক্ষ্য কৰিছিল। বাহিৰত কিন্‌কিনীয়া বৰষুণ। বৰষুণ আহিলে জীৱনৰ কোঠাটোৰ এটা অংশত পানী পৰে, সেই পানী পৰা অংশত পানী পৰাৰ দাগ দেখিয়েই বুজা যায়। তদুপৰি সেই অংশতে সামান্যভাৱে এটা গাঁতো হৈ পৰিছে।

জীৱন যিভাৱে আছিল ঠিক সেইভাৱে থাকিয়েই উত্তৰ দিলে—"খবৰ কি হব আৰু! আছে। থাকিব বুলি প্ৰতিশ্ৰুতি দিছে। কিন্তু এটা কথা কেতিয়াবা মই ভাবোঁ, মোৰ দৰে মানসিক ৰোগগ্ৰস্ত মানুহ এনেকুৱা ক্ষেত্ৰৰ মাজলৈ নোসোমোৱাই মঙ্গল। কলেজীয়া জীৱনতে আবেগৰ দ্বাৰা চালিত হৈ অথবা এটা খেয়ালৰ বশৱৰ্তী হৈ ভুল কৰিছিলোঁ আৰু সেই ভুলৰ পৰিণামত মই জৰ্জৰিত।

বিজয়ে একো উত্তৰ নিদিলে। আৰু গম্ভীৰ হৈ পৰিল পৰিবেশ। আসন্ন মৃত্যুৰ মুখামুখি হৈ থকা এজন ৰোগীৰ ওচৰতহে যেন সকলোৱে পহৰা দিছে। প্ৰতি মুহূৰ্ততে ভয়, প্ৰতি মুহূৰ্ততে আশঙ্কা, প্ৰতি মুহূৰ্ততে যেন উৎকণ্ঠাৰ সীমা নাই। এনে সময়তে সোমাই আহিল জীৱনৰ ভায়েক নৰেন। আপোন মনে নৰেনে সি অহা বাটছোৱাৰ কথাকে কৈ ভোৰভোৰালে—"আকৌ কেনেকৈ ওলাই যাম এই ৰাস্তাইদি! অথচ বজাৰ নকৰিলেও নহয়। বিশেষকৈ কেৰাচিন নাই।" যি সময়ত সস্তীয়া হিন্দী চিনেমাৰ গানৰ কলি আওৰাব লাগিছিল সেই সময়ত নৰেনে চিন্তা কৰিবলগীয়া হৈছে ঘৰৰ কথা। কথাষাৰ বিজয়ে এনেয়ে ভাবিলে।

"নৱেন লাল চাহ এটোপাকে দে"—নৱেনক উদ্দেশ্য করি জীৱনে মাত দিলে। তাৰ পাচত বিজয়ৰ ফালে চাই ক'লে, "গাখীৰ কিনি খোৱা নোখোৱা একেই কথা। আজি কালি গুৱালে পানীত গাখীৰ মিহলায়। সেইবাবে গাখীৰ খাবলৈ বাদ দিছোঁ।"

ঘৰখনত তৃতীয় ব্যক্তি আবির্ভাৱ হোৱাৰ লগে লগে পৰিবেশ-টোও যেন অলপমান পাতল হৈ গ'ল। বিজয়ে এইবাৰ আৰম্ভ কৰিলে—"বাতৰি কাকতত আজি এটা বাতৰি পঢ়িলোঁ। দোক-মোকালিতে এজন মানুহে উচ্চৈস্বৰে কন্দা শুনি ওচৰ-চুবুৰীয়া এজন-ছুজনকৈ চাপি আহিল। ওচৰ-চুবুৰীয়াই আহি দেখিলে যে সেয়া আন কোনো নহয়, সিহঁতৰ গাঁৱৰে মেঘ।

......এনেকৈ কিয় কান্দিছে সোধাত মেঘ আচৰিত হৈ গ'ল হেনো। কাৰণ, সি নিজেই নাজানে, কেনেকৈ সি আহি এই ঠাইডোখৰ পালেহি। সি কেৱল গোটখোৱা মানুহবোৰক ক'লে যে সি এটা সপোন দেখিছিল। ভয়ানক সপোন। ঘৈণীয়েকৰ সৈতে তাৰ আঠোটা ল'ৰা-ছোৱালী কাটি সি অৱশেষত মনৰ ছুখতে চিঞৰি চিঞৰি কান্দিলে। কিন্তু কেতিয়া সি ঘৰৰপৰা বাহি-ৰলৈ ওলাই আহিল নিজেই নাজানে। পাচত, গোটখোৱা সকলো মানুহ মেঘৰ ঘৰলৈ গ'ল। ঘৰত গৈ দেখিলেগৈ যে ঘৈণীয়েক, ল'ৰা-ছোৱালীকেইটাৰে সৈতে তেতিয়াও টোপনিত।—ঘটনাৰ পম খেদি জানিব পৰা গ'ল যে মেঘই পিয়নৰ চাকৰি কৰে। মাহেকত দৰ্মহা পায় মুঠ আশী টকা। কিন্তু আগৰ মাহত দোকানৰ ধাৰ আছিল এশ আঠ টকা। তিনি দিনৰ আগতে দৰ্মহা পাই হেনো পোনে পোনেই সি দোকানীৰ ধাৰ মাৰিলে। কিন্তু দোকানীয়ে আৰু টকা দিবলৈ থাকি যোৱাত পুনৰ ধাৰলৈ চাউল নিদিলে। ফলত মেঘ এটা মিললৈ গৈ তাৰপৰা খুদ্



চাউল অলপ আনিলে। তাকে খাই ছুদিন থাকিল......।

"সমস্যাৰ কবলত ইয়াতকৈও সাংঘাতিক ঘটনা ঘটিছে। এই ঘটনাটো ময়ো কাগজত পাইছিলোঁ"—জীৱনে ভালকৈ বিছনা-খনত বহি লৈ ক'লে—"ভৱিষ্যতত আৰু কি হবলগীয়া আছে কোনে জানে? দিনে দিনে বৰ জটিল হৈ পৰিছে সংসাৰখন। মানুহৰ মনৰ স্থিৰতাও হ্ৰাস পাইছে। ডঃ ৰাধাকৃষ্ণনৰ 'সভ্য-তাৰ ভৱিষ্যৎ' নামৰ পুথিখন পঢ়ি আছোঁ মই। তাত কি উত্তৰ পাম জানো!"

"আচলতে কিতাপ পঢ়ি সমস্যাৰ মাজত নতুনকৈ সোমোৱাহে যায়--সমস্যাৰ সমাধান নহয়। মই অন্ততঃ তাকেই ভাবিছোঁ"—নিস্পৃহভাৱে নৱেনে দি থৈ যোৱা চাহৰ কাপত সোহা মাৰি বিজয়ে ক'লে।

এসময়ত চাহৰ কাপ খালী হৈ গ'ল। টেবুলৰ মাজলৈ চাহৰ কাপটো লাহেকৈ ঠেলি বিজয়ে ঘড়ীটোলৈ চালে। জীৱনো ইতিমধ্যে সাজু হৈছিল। পেণ্টটো পিন্ধি হাৱাইন্ চাৰ্টটো গাত সুমুৱাই লৈ জীৱনে ক'লে—"ইমান সোনকালে মই ওলাই যোৱাৰ কোনো অৰ্থ নাই। কিন্তু ইয়াতনো থাকি কৰিম কি? ওলাই যোৱাই ভাল।"

কলেজৰপৰা আহি ফিকা চাহকাপ খায়েই নৱেন শুই পৰিল। বাহিৰলৈ ওলাই আহি জীৱনে নৱেনক কিবা কব খুজিছিল। কিন্তু তাৰপৰা কোনো মাত নাপাই ধীৰে ধীৰে বাহিৰলৈ ওলাই গ'ল। জীৱনৰ পিচতে বিজয়। বাহিৰলৈ ওলাই জীৱনে ক'লে--"মই আগতে যাওঁ। নহ'লে বাটটো বৰ বোকা।"

সৰু-সুৰা আজে-বাজে কথাৰে বাটছোৱা মুখৰ হৈ অহাৰ পাচত এখন হোটেলৰ ওচৰতে জীৱন ৰ'ল আৰু বিজয়ৰ ফালে চাই

ক'লে--"একাপ চাহ খাই লোৱাই ভাল হব।" বিজয়ৰ কোনো উত্তৰলৈ বাট নাচাই সি হোটেলখনলৈ সোমাই গ'ল আৰু হোটেলৰ মালিকৰ লগত কিবা কথা পাতিলে। তাৰ পাচত বিজয়ৰ ফালে চাই ক'লে—"টনা গাখীৰৰ চাহ কি খাবি ! যোৱাই ভাল।"

"মই ঘৰৰপৰা এপাক মাৰি আহোঁ। দুপৰীয়াতে ওলালোঁ। অলপ দৰকাৰো আছে।" কথাষাৰ কৈ বিজয় অলপ ফালৰি কাটিব খুজিলে। জীৱনে ক'লে--"ফুটবল খেলা এখন আছে, তাকেই চাবলৈ যাওঁ।"

বাটে বাটে তলমূৰ কৰি গৈ থাকোঁতে বিজয়ৰ হঠাতে উপলব্ধি হ'ল—সি যেন জীৱনৰ সেই ঠেক কোঠাটোৰ সঙ্কীৰ্ণতাৰ মাজত নিজকে অলসভাৱে হেৰুৱাই পেলোৱাতকৈও সমস্যাৰ জটিলতাৰ মাজত হে সোমাবলৈ গৈছিল—য'ত পৰিত্ৰাণৰ কোনো উপায় নাই।

## ।। বন্দৰ ।।

ক্ৰমাত সন্ধ্যা নামিল। নিৰৱে জ্বলি জ্বলি শেষ হৈ যাব খোজা ধূপডালৰ সৌৰভ ভাহি আহি নাকত লাগিছেহি। এনেতে অপৰাজিতাই গৈ লাইটটো জ্বলাই দিলেগৈ। কোঠাটো উজ্জ্বল হৈ উঠিল। লগে লগে সকলোবিলাক যেন অপ্ৰস্তুত আৰু যেন সন্ত্ৰস্ত হৈ পৰিল।

চিগাৰেটৰ ধোঁৱাবোৰ উৰুৱাই দি, চকীখনতে আঁউজি বহি সৌৰভ কাকতিয়ে বেৰখনত ওলোমাই থোৱা ছবি এখনলৈ চাই চাই গহীন সুৰত ক'লে—"তোমালোকৰ ঘৰৰ লগত ব্যক্তিগত সম্বন্ধ নাথাকিলেও তোমালোকক ভালদৰে জানো সৌমিত্ৰ। তোমাৰ দেউতাৰা বিখ্যাত কাৰবাৰী মানুহ। এই অঞ্চলত তেখেতক নজনা লোক নাই। তেনেস্থলত মোৰ আপত্তিৰ কোনো কাৰণেই নাছিল। কিন্তু মই যথেষ্ট চিন্তান্বিত হৈ পৰিছোঁ জানা ! সেইবাবে আজি অপৰাজিতাক কৈ তোমাক মতাই অনোৱালোঁ। আশা কৰোঁ তুমি বেয়া নোপোৱা।"

কথা কেইষাৰ কৈ সৌৰভ কাকতিয়ে চিগাৰেটৰ শেষ হোঁপাটো মাৰি অৱশিষ্ট চিগাৰেটৰ টুকুৰাটো 'এচ্‌ট্ৰেত' পেলাই দিলে। জ্বলি জ্বলি ধূপডাল ইতিমধ্যে শেষ হৈছিল। অপৰাজিতাই দুৱাৰমুখতে বৈ কথাবোৰ শুনি আছিল—ঠিক ককায়েকৰ পিচতে। সৌমিন্দ্ৰ বহিছিল কাকতিৰ ফালে মুখ কৰি। সন্মুখত পৰি থকা বাতৰি কাকতখনৰ কোনো এটা বিশেষ বাতৰিলৈ দৃষ্টি নিক্ষেপ নকৰাকৈয়ে সৌমিন্দ্ৰই চাই থৈছিল কেৱল বাতৰি কাকতখনলৈকে।

নিস্তব্ধতা ভঙ্গ কৰি সৌৰভ কাকতিয়ে আকৌ ক'লে—"তোমাক কিয় মতাই আনোৱালোঁ—বুজিলাই!" প্ৰত্যুত্তৰত সৌমিন্দ্ৰই মূৰ জোকাৰিলে। কাকতিয়ে ক'লে—"আজিৰ যুগৰ ডেকা-গাভৰু তোমালোক। আমাতকৈ অধিক জনাৰ সুবিধা তোমালোকে পাইছা। ইয়াতকৈ আৰু ডাঙৰ ভাগ্য তোমালোকৰ বাবে কি হব পাৰে? আজিৰ দিনৰ প্ৰগতিশীল ডেকা বাবেই তোমাক মতাই অনালোঁ। সকলোবোৰ কথা মুকলিকৈ আলোচনা কৰোঁ বুলিয়েই। নহ'লে পাচত ভুল বুজাবুজিৰে জীৱনটো বৰ বিশৃঙ্খল হৈ পৰিব; তুমি সাজু আছা তো?···অ' অপৰাজিতা কলৈ গ'ল?"—এই বুলি কাকতিয়ে বহি থকাৰপৰাই মূৰ ঘূৰাই দুৱাৰমুখলৈ চালে। দুৱাৰমুখতে ভেজাদি বৈ থকা অপৰাজিতালৈ চাই সৌৰভ কাকতিয়ে ক'লে—"তয়ো আহ অপৰাজিতা! পৰস্পৰ বুজাবুজিৰ মাজত কিবা এটা মীমাংসালৈ অহা ভাল।"

অপৰাজিতাই একো উত্তৰ নিদিলে।

"শুনা সৌমিন্দ্ৰ"—এই বুলি সৌৰভ কাকতিয়ে টেবুলত পৰি থকা চিগাৰেটৰ পেকেটটো আনি এটা চিগাৰেট উলিয়াই আকৌ জ্বলাই ললে। নুমাই যোৱা জুইশলাৰ কাঠীটো 'এচ্‌ট্ৰে'ত পেলাই দি ক'লে—"অপৰাজিতা মোৰ আটাইতকৈ সৰু ভনী। দুজনী ভনী ইতিমধ্যে উলিয়াই দিয়া হ'ল। তাৰ পাচতো অন্য



এজনী ভনী আছিল। তাই সৰুতে ঢুকাল। তাৰ পাচত অপৰাজিতা। তদুপৰি অপৰাজিতা আৰু মোৰ মাজত বয়সৰ ব্যৱধানটোও বেচি। সেইফালৰপৰা চালে মই তাইৰ দেউতাকৰ নিচিনাই। সৰুৰেপৰাই তাইৰ অভিভাৱক হিচাপে মই আছোঁ। সেইবাবে তাইৰ প্ৰতি মোৰ দায়িত্বও কম নহয়—কি কোৱা?"

কথাকেইষাৰ কৈ সৌৰভ কাকতি অলপ পৰ মনে মনে ৰল। ঠিক যেন চিন্তা কৰিছে কথাটো—কি ধৰণে আৰম্ভ কৰিলে ভাল হব—সৌমিন্দ্ৰই ভাল পাব। খুব ধীৰে ধীৰে চিগাৰেটৰ ধোঁৱা অলপ উলিয়াই দি কাকতিয়ে 'এচ্‌ট্ৰে'টোৰ ওচৰলৈ হাতখন আগবঢ়াই চিগাৰেটত লাগি থকা ছাইখিনি জোকাৰিলে আৰু তাৰ পাচত লাহে লাহে ক'লে—"মই কথাবোৰ শুনি যিমান শঙ্কিত হৈ পৰিছোঁ সিমান মোৰ মনত আনন্দও লাগিছে, জানা সৌমিন্দ্ৰ—বিশেষকৈ অপৰাজিতাৰ বাছনি দেখি। তোমাৰ নিচিনা গুণী ল'ৰা এজনক যে অপৰাজিতাই বিচাৰি পাইছে—সেয়া অপৰাজিতাৰ লগে লগে মোৰো গৌৰৱৰ কাৰণ। আজিকালিতো প্ৰেম একেবাৰে অনায়াসলব্ধ হৈ পৰিছে। কেৱল প্ৰেমত পৰিলেই হ'ল। য'তে ত'তেই যেন প্ৰেম পৰি আছে!···এয়া হয়তো যুগৰ বায়ু। এতিয়া ইয়াক ৰক্ষা কৰা তোমালোকৰ নিচিনা শিক্ষিত ল'ৰাবোৰৰে জানো কৰ্তব্য নহয়?"

টেবুলক্লথৰ ওলমি থকা চুক এটা মোহাৰি মোহাৰি সৌমিন্দ্ৰই কাকতিৰ ফালে নোচোৱাকৈয়ে মূৰ দুপিয়ালে।

"অপৰাজিতা মোৰ ভনী। তায়ো উচ্চ শিক্ষিতা। নিজস্ব বিবেক-বিবেচনা তাইৰো আছে। তথাপি এটা কথা কি জানা? ল'ৰা-ছোৱালী যিমানেই ডাঙৰ নহওক, যিমানেই উচ্চ শিক্ষিত নহওক, মাক-বাপেকৰ কাষত বা অভিভাৱকৰ ওচৰত সিহঁত সদায় সৰু। বিয়া-বাৰু পাতি নিদিয়ালৈকে, ল'ৰা-ছোৱালীৰ কাষত মাক-

বাপেকৰ কৰ্তব্য শেষ নহয়। সেইবাবেই হয়তো ল'ৰাই ছোৱালীক বাছি ল'লে বা ছোৱালীয়ে ল'ৰাক বাছি লব খুজিলে মাক-বাপেক ক্ষুব্ধ হৈ উঠে।···তুমি আকৌ বেয়া নাপাবা। তোমাতকৈ বয়সস্থ বুলি ভাবিহে মই কথাবোৰ কৈছোঁ।''

সৌমিন্দ্ৰই এইবাৰ মূৰ দাঙি দুৱাৰমুখৰ ফাঁকেদি আঁতৰলৈ চাবলৈ চেষ্টা কৰিলে। হঠাতে দুৱাৰমুখত অপৰাজিতাক দেখি তাৰ বুকুখন মৃদুভাৱে কঁপি গ'ল। অপৰাজিতাৰ ককায়েকে এই কথা হয়তো লক্ষ্য নকৰিলে। পুনৰ তললৈ মূৰ কৰিলে।

"অপৰাজিতা আৰু তোমাৰ মাজৰ মধুৰ সম্পৰ্কটোৰ কথা মই বহুত দিনলৈকে জনা নাছিলোঁ। ঘুনুক-ঘানাকৈ মাজতে এবাৰ নে দুবাৰ কাণত পৰিছিল যদিও মই কথাষাৰত সিমান গুৰুত্ব নিদিছিলোঁ। কাৰণ, এইবিলাক আজিকালি সাধাৰণ কথা। কিন্তু অৱশেষত মই চিন্তা কৰিবলৈ বাধ্য হ'লোঁ। বাধ্য কৰালে মোৰ পত্নী শুক্লাই। তথাপি মই শুক্লাক কি কৈছিলোঁ জানা? কৈছিলোঁ, এইবিলাক আবেগৰ কথা। প্ৰাণৰ কথা নহয়। ভালপোৱাটো এটা আবেগ মাত্ৰ আৰু আবেগ হ'ল এটা কম্পন—সেই কম্পন তেনেই ক্ষণস্থায়ী। ই কেতিয়াও কালজয়ী হব নোৱাৰে। পাৰে জানো?" প্ৰশ্নবোধক ভঙ্গীৰে সৌৰভ কাকতিয়ে সৌমিন্দ্ৰৰ ফালে চালে।

সৌমিন্দ্ৰই কাকতিৰ ফালে চাই লাজকুৰীয়াভাৱে ক'লে—"এই-বিলাক কথা মই ভাবি চোৱা নাই।''

হাঁহি হাঁহি কাকতিয়ে নাটকীয়া ভঙ্গীৰে ক'লে—"মানুহৰ জীৱনৰ চৰম ট্ৰেজেডী সেয়াই। স্ত্ৰী হবলৈ গৈ নাৰীয়ে প্ৰেয়সী হবলৈ পাহৰি পেলায় আৰু স্বামী হৈ পুৰুষে প্ৰেয়সীক স্ত্ৰী বুলি ভাবিবলৈ লয়।''

হঠাতে অপৰাজিতাৰ ফালে চাই সৌৰভ কাকতিয়ে ক'লে—"যাচোন শুক্লাক একাপ চাহৰ কথা ক'গৈ। মোক অলপ এওঁৰ লগত



অকলে কথা পাতিবলৈ দে। এইবিলাক কথা তই নুশুনিলেও হব।"

অপৰাজিতা ওলাই গ'ল। আকৌ এটা চিগাৰেট জ্বলাই ললে সৌৰভ কাকতিয়ে। চিগাৰেটৰ ধোঁৱাবোৰ বতাহৰ লগত মিলি যোৱাৰ আগতে কাকতিয়ে আৰম্ভ কৰিলে—"জানা সৌমিন্দ্ৰ, প্ৰেম আৰু বিবাহ একে বস্তু নহয়। প্ৰেম মানে বিবাহ নহয়। কোনো কোনো দেশত বিবাহ কেৱল চুক্তি মাত্ৰ। কিন্তু হিন্দুৰ বিবাহ-পদ্ধতি অতি পৱিত্ৰ ধৰ্ম-বন্ধন। পতি আৰু পত্নীৰ সম্বন্ধ অনন্ত কালৰ সম্বন্ধ। ···তোমাক তাৰ প্ৰমাণ দিয়াৰ আৱশ্যক নাই। কেৱল এটা কথা জনাম বুলিয়েই মই তোমাক মতাই আনিছোঁ। কাৰণ, অপৰাজিতাৰ দায়িত্ব তুমি লোৱাৰ আগতে এইবিলাক কথা জনা দৰ্কাৰ। আৰু এইটোও ঠিক যে মই কব খোজা এই সকলোবোৰ কথা তোমাৰ মা-দেউতাই জানে। তুমি শুনিবলৈ সাজু আছা তো?"

সৌমিন্দ্ৰই মৌনভাৱে মূৰ দুপিয়ালে।

"শুনা। কথাষাৰ অৱশ্যে দীঘলীয়াকৈ কব লাগিব। তেতিয়াহে তোমাৰ বুজাত সুবিধা হব।"

সৌমিন্দ্ৰ মনে মনে ৰ'ল। কাকতিয়ে আৰম্ভ কৰিলে—"সেয়া বহুত দিনৰ আগৰ কথা। তেতিয়া এই অঞ্চল আছিল পিচপৰা ঠাই। কিন্তু সদায়নো কিমান পিচ পৰি থাকিব। জনবসতি ক্ৰমাত ঘন হৈ আহিল। আগৰ হাবি-জঙ্গলবোৰৰ ঠাইত মানুহৰ ঘৰ উঠিল। যান-বাহনৰ কোনো সুবিধা নাছিল ভালকৈ। লাহে লাহে মটৰ চলাচল আৰম্ভ হ'ল। তাৰ পিচতেই আৰম্ভ হ'ল ৰেলৰ আলিৰ কাম। জানাইতো ৰেলৰ আলি বন্ধোৱাত অসুবিধা কি? ওখ টিলা সমান কৰি, দ ঠাইক ওখ কৰি ৰেল আলি সজোৱাৰ কাৰণে আমদানি কৰিবলগীয়া হ'ল বিহাৰৰপৰা মানুহ। দলে দলে মানুহ আহি কাম কৰিবলৈ ল'লে। সেই মাটি খান্দি কাম কৰা বিহাৰীৰ লগতে এজন চৰ্দাৰো আছিল। ধৰি লোৱা

চৰ্দাৰজনৰ নাম মহীলাল। মহীলাল হ'ল এই অঞ্চলৰ চৰ্দাৰ। তেওঁৰ তলত অসংখ্য কৰ্মচাৰী। তেতিয়া এই অঞ্চল আছিল এখন সাধাৰণ গাঁও। সহজ, সৰল, সাধাৰণ গাঁওবাসীৰ লগত মহীলাল লাহে লাহে সোমাই পৰিল। এটা দুটাকৈ অসমীয়া কথা কবলৈও শিকিলে। লাহে লাহে মহীলালৰ প্ৰভুত্ব গাঁওখনত বাঢ়ি আহিল। সেইবাবে তেওঁৰ ঠাইখনৰ প্ৰতি এটা বেলেগ মোহ সোমাল। তদুপৰি টকা আছিল তেওঁৰ যথেষ্ট। দুখীয়া গাঁওবাসীৰ মাজত তেওঁ মাজে-সময়ে টকা ধাৰ দিবলৈও ধৰিলে। লাহে লাহে তেওঁ গাঁওখনৰ প্ৰধান মানুহ হৈ পৰিল। ইফালে তলে তলে যথেষ্ট মাটি-বাৰীও তেওঁ নিজৰ নামত ললে। অৱশেষত তেওঁ বিয়া কৰাব খুজিলে এজনী অসমীয়া ছোৱালী। যিমানে নহওক লাগে তেনেকুৱা বিদেশী মানুহ এজনক কোনে ছোৱালী যাচিব? ইফালে গাঁওবাসীয়ে তেনেকুৱা এজন মানুহ সহজতে এৰি দিবও নুখুজিলে। অৱশেষত এজনী ছোৱালী ঠিক হ'ল। ছোৱালী নহয় অৱশ্যে, এগৰাকী বিধৱা মানুহ। ধুনীয়া ৰূপ-যৌৱনেৰে ভৰা বিধৱা মানুহগৰাকীও আছিল এইখন গাঁৱৰে। কথাবিলাক অৱশ্যে তোমাক খুব চমুৱাই কবলৈ যত্ন কৰিছোঁ তুমি বাৰু আমনি পাইছানেকি?"

"ঁওক। নাই পোৱা আমনি।" সৌমিত্ৰই ক'লে।

"বিধৱাগৰাকীক বিয়া কৰোৱাৰ কথা কৈছিলোঁ নহয়? আচলতে বিধৱাগৰাকীক বিয়া কৰোৱাৰো এটা কাৰণ আছে। সেয়া তোমাৰ প্ৰয়োজন নাই। কিন্তু সেইবুলি তুমি ধৰি নলবা যে তোমাৰ আগত মই কথাবোৰ খুলি কবলৈ কুণ্ঠাবোধ কৰিছোঁ। বহুতে সেয়া কৰে। মই কেৱল সময়ৰ ফালে লক্ষ্য ৰাখিহে কথাবিলাক চমুৱাব খুজিছোঁ।"

এনেতে ট্ৰে এখনত চাহ দুকাপ আৰু দুই প্লেটত কিবা খোৱাবস্তু



লৈ সৌৰভ কাকতিৰ পত্নী শুক্লা সোমাই আহিল। সৌমিত্ৰই শুক্লাৰ ফালে চালে। চকুৰে চকুৰে পৰাত শুক্লাই হাঁহিলে। সহজ হবৰ চেষ্টা কৰি আৰু একো সুধিবলৈ নথকাত সৌমিত্ৰই মাথোঁ ক'লে— "সুদা চাহকাপ হোৱাহেঁতেনো হ'লহেঁতেন নবৌ! মিছাতেই আপুনি ইমান কষ্ট কৰিলে।"

প্ৰত্যুত্তৰত শুক্লাই ক'লে—"বহুত দিন তুমি সুদা চাহকাপ খায়েই গুচি গৈছা। আজি এয়া সামান্য দিছোঁ। তদুপৰি এওঁৰ লগত পৰিছা যেতিয়া মই জানিছোৱেই যে সোনকালে তুমি উঠি যাব নোৱাৰা।" এইবুলি কৈ কাকতিৰ ফালে চাই শুক্লাই হাঁহিলে।

"নহয় শুক্লা, মই কথাবিলাক চমুৱাবলৈহে চেষ্টা কৰিছোঁ। তদুপৰি কথাবোৰ সামান্য ভাত-শাক খোৱা কথা নহয় কাৰণেই মই ভালকৈ বুজাই দিবলগীয়া হৈছে। এওঁৰ ভৱিষ্যৎ জীৱনৰ প্ৰশ্ন এই কথাবোৰত নিহিত হৈ আছে। সেইবাবে বাটৰ জেং-জাবৰবোৰ গুচাই সকলোখিনি পৰিষ্কাৰ কৰি বুজাই দিয়া আমাৰেই কৰ্তব্য নহয় জানো?" গম্ভীৰভাৱেৰেই সৌৰভ কাকতিয়ে কথাবোৰ ক'লে। স্বামীৰ কথাত শুক্লাই একো মাত নামাতিলে। মাথোন ক'লে—"চাহ খাই লোৱা। তাৰ পাচতো কথা পাতি থাকিব পাৰিবা। মই বান্ধনী মানুহ। এইবিলাকত সোমাবৰ সময় নাই। খোৱা দেই সৌমিত্ৰ।"

শুক্লা আকৌ সোমাই গ'ল। পৰিবেশটো যেন বৰ নিৰ্জন হৈ পৰিল। কাৰো মুখত কথা নাই। কাকতিয়ে "চাহ খোৱা" বুলি সৌমিত্ৰক কৈ নিজেও খোৱাত লাগিল। খাই থাকোঁতেই হঠাতে সৌৰভ কাকতিয়ে ক'লে—"আজি তুমি ভাতো ইয়াতে খাই যাবা সৌমিত্ৰ! বহুত সময় হৈ গ'ল দেখোন!"

"নাই, কিমাননো সময় হৈছে!" সৌমিত্ৰই ক'লে।

নতুনকৈ চিগাৰেট এটা জ্বলাই কাকতিয়ে আকৌ আৰম্ভ কৰিলে—

"সেই বিধৱা মানুহগৰাকীৰ কথা কৈছিলোঁ নহয়? চৰ্দাৰজনে সেই বিধৱাগৰাকীৰ লগতে ঘৰ পাতিলে! বিদেশী যদিও মানুহজনে যথেষ্ট মাটি-বাৰী সম্পত্তি আদি কৰি সুখেৰেই দিনবিলাক অতিবাহিত কৰিলে। তেওঁলোকৰ যুগ্ম জীৱনৰ সাক্ষীস্বৰূপে এজনী ছোৱালী আছিল—সেই সংসাৰখনলৈ। ইয়াৰ অলপ দিনৰ পাচতে, ঠিক কিমান দিন কব নোৱাৰিম, চৰ্দাৰজন ঢুকাল। থাকিল সেই বিধৱা-গৰাকী আৰু সেই জীয়েকজনী। গাঁৱত থকাৰ কাৰণেই তেওঁ-লোকৰ কোনো অসুবিধা নহ'ল যদিও বহুতে বহুত ধৰণে কথাবোৰ কয়। 'হুলাগছ দেখিলে সকলোৱে বাগী কুঠাৰ মাৰে' বুলি কথা এষাৰো আছে—কি কোৱা?"

সৌমিত্ৰই মূৰ দুপিয়ালে।

"বিধৱাগৰাকী বুঢ়ী হ'ল আৰু জোনৰ দৰে কলা কলাকৈ বাঢ়ি আহিল ছোৱালীজনী। কিন্তু এটা সমস্যা হ'ল—ছোৱালীজনীক এতিয়া বিয়া কৰাব কোনে? ছোৱালীজনী ৰূপে-গুণে আছিল অতুলনীয়। ভোমোৰাৰ দৰে এজন-দুজন ডেকা ওচৰ চাপিব খোজে। কিন্তু সেয়া দেহৰ তাগিদাতহে। সিহঁতৰ কাৰো সাহস নাই তেনেকুৱা ছোৱালী এজনী বিয়া কৰাই বংশত কলঙ্ক জাপি দিবলৈ। সেইবাবে কথাবিলাক তোমাৰ বৰ আচহুৱা আচহুৱা যেন লাগিছে চাগে সৌমিত্ৰ!"

"কৈ যাওকচোন!"

"কবলৈ আৰু বিশেষ নাই। সম্পত্তিৰ লোভতেই হওক নাইবা ছোৱালীজনীৰ ৰূপতেই হওক, এজন ডেকা ল'ৰা ছোৱালীজনীলৈ চাপিলহি। সেই ছোৱালীজনীৰেই সন্তান হ'লোঁ আমি! মই আৰু মোৰ পিচৰ চাৰিজনী ছোৱালীৰ মাতৃ আছিল সেই গৰাকী মানুহেই। কথাষাৰ শুনি হয়তো নাটকীয় নাটকীয় যেন লাগিব। কিন্তু কথাষাৰ সচা। এইবিলাক কথা তোমাৰ নিচিনা ডেকা ল'ৰাই নাজানিলেও তোমাৰ মা-দেউতাৰাই সকলো কথা জানে। গতিকে বংশ লৈ গৌৰৱ কৰিব পৰা স্থল আমাৰ নাই। সেয়া আজি-কালিৰ ল'ৰাই নিবিচাৰিলেও বিয়াৰ সময়ত মাক-বাপেকে বিচাৰে। তাক লৈ গৌৰৱ কৰাৰ দিন উকলিলেও পুৰণি চাম মানুহে এতিয়াও গৌৰৱ কৰে।

এই গোটেই সময়ছোৱা প্ৰায় নিমাতেই বহি ৰ'ল সৌমিত্ৰ। এইবাবো সি একো কথা কব নোৱাৰিলে। এনেতে শুক্লা আকৌ সোমাই আহিল হাতত এটা মচলাৰ বটা লৈ। টেবুলতে বটাটো থৈ শুক্লাই সৌমিত্ৰলৈ চাই ক'লে—"তামোল এখনো দিব নোৱাৰিলোঁ সৌমিত্ৰ। দিনবিলাক যে সচাকৈ কি হৈ গৈছে। অসমীয়া মানুহ হৈ এখন তামোলৰো যোগাৰ কৰিব নোৱৰা কথাটো ভাবিলে বৰ কিবাকিবি লাগে।"

"এওঁক সকলোবোৰ কথা কৈছোঁ শুক্লা। সেয়া আমাৰ কৰ্তব্য। তোমাৰ কিবা কবলগীয়া আছে নেকি?" শুক্লাৰ ফালে চাই সৌৰভ কাকতিয়ে ক'লে।

"মোৰনো কি থাকিব পাৰে? তুমি সকলোবিলাক কৈছাই চাগে! এতিয়া সকলোবিলাক কথা এওঁৰ ওপৰতে নিৰ্ভৰ ক'ৰে।"

"এৰা, এতিয়া সকলোবিলাক কথা তুমি ভাবি চোৱা যুগুত সৌমিত্ৰ। কাৰণ তুমি এতিয়া সৰু ল'ৰা নহয়। তদুপৰি সৰ্ব-সাধাৰণ ল'ৰাৰ দৰে তুমি কোনো সিদ্ধান্তলৈ নহাকৈও থকা নাই। আজিকালি ল'ৰা-ছোৱালীৰ প্ৰেম কেনেকুৱা সেয়া মই জানো। বিবাহ প্ৰেমৰ পৰিণতি নহয়—প্ৰেমৰ সূচনাহে। সেই ভাবি আকৌ কথা-বিলাক তোমাক কোৱা নাই। তোমাৰ মা-দেউতাৰৰ কথা ভাবিহে মই কথাবোৰ কৈছোঁ। তোমাৰ মা-দেউতাই নজনাকৈ হয়তো তুমি আগবাঢ়িছা। কিন্তু তেওঁলোকক উপেক্ষা কৰি তুমি জানো থাকিব পাৰিবা? যি মাৰাই তোমাক দহমাহ দহদিন গৰ্ভত ৰাখি এই

পৃথিৱীখন দেখুৱালে, যি দেউতাৰাই তোমাৰ মঙ্গলৰ কাৰণে পলে পলে চিন্তা কৰিছে সেইসকলক বাদ দি তুমি কেনেকৈ সুখী হ'বা ? সংসাৰৰ দায়িত্ব বৰ গধুৰ সৌমিত্ৰ। সেয়া সংসাৰী হ'লেহে তুমি বুজিব পাৰিবা। সংসাৰী মানুহে হেনো পাঁচোটা ঋণৰ ভাৰ লৈ জন্ম গ্ৰহণ কৰে। তাৰ ভিতৰত দেৱ ঋণ, পিতৃ ঋণ আৰু ঋষি ঋণেই প্ৰধান। কথাবিলাক উপদেশৰ নিচিনা হৈছেনে কি বাৰু শুক্লা?" পত্নীৰ ফালে চাই সৌৰভ কাকতিয়ে সুধিলে।

"অপৰাজিতাই তোমাক এবাৰ লগ পাব খুজিছে সৌমিত্ৰ। ভিতৰৰ কোঠাটোতে তাই আছে।" কাকতিৰ কথাৰ কোনো উত্তৰ নিদিয়াকৈ শুক্লাই সৌমিত্ৰৰ ফালে চাই ক'লে আৰু শুক্লাৰ কথা শুনাৰ লগে লগে যেন সৌমিত্ৰই সকাহ পালে।

"তেতিয়া হ'লে মই লগ কৰি আহোঁ।"

"যোৱা··অ' এটা কথা, আজি তুমি আমাৰ ঘৰতে ভাত খাই যাবা, ভাত হৈছেই!" শুক্লাৰ কথাৰ কোনো উত্তৰ নিদি সৌমিত্ৰ লাহে লাহে কোঠাটোৰপৰা ওলাই গ'ল।

অলপ সময় নিৰৱে থকাৰ পিচত শুক্লাই ধীৰে ধীৰে কবলৈ ধৰিলে— "তুমি বেচিকৈ কথাবোৰ ক'লা যেন লাগিছে। ইমান কোৱাৰ প্ৰয়োজন নাছিল।"

"নহয় শুক্লা। মই যিখিনি কোৱাৰ দৰ্কাৰ ঠিক সিমানকে কৈছোঁ। অন্তঃসাৰশূন্য পাতল বায়ু এছাটিয়ে আজিৰ মানুহৰ মন কেনেকৈ কোবাই গৈছে সেই কথা তুমি ঘৰৰ ভিতৰত সোমাই থাকি বুজিব নোৱাৰা। এফালে বিজ্ঞানে চৰম উন্নতি কৰিছে, আনফালে মানুহে হেৰুৱাই পেলাইছে মানৱতা। ক্ৰমাৎ যেন মানুহবিলাক হৈ পৰিছে স্বাৰ্থপৰ, হিংস্ৰক আৰু সুবিধাবাদী। প্ৰেমৰ নিশ্চয়তা ইয়াত ক'ত?"

"ইমান গহীন-গম্ভীৰভাৱে কথাবিলাক নোকোৱা হ'লেও হ'ল-হেঁতেন। সৌমিত্ৰ আৰুতো চেঙেলীয়া ল'ৰা হৈ থকা নাই।"



"বুজিছোঁ। আৰু বিপদো সেইবাবেহে। নিজৰ প্ৰতিশ্ৰুতি ৰাখিবৰ বাবেই সৌমিত্ৰ উঠি-পৰি লাগিব আৰু মই এইটো নিশ্চিতভাৱে জানো যে মাক-বাপেকে তাক বাধা দিব। শেষত তাৰ পৰিণাম কি হবগৈ সেয়া জানো তুমি অনুমান কৰি লব নোৱাৰিবা?"

শুক্লাই কিবা এটা ক'ব খোজোঁতেই হঠাতে অপৰাজিতা আহি মাত লগালেহি—"নবৌ! তোমাক কি কৈ পঠিয়াইছিলোঁ?"

আচৰিত হৈ শুক্লাই ক'লে—"কিয় মইতো সৌমিত্ৰক কেতিয়াবাই পঠিয়াই দিলোঁ। সি জানো তোমাৰ ওচৰলৈ যোৱা নাই?"

"ওহোঁ"--অপৰাজিতাই ক'লে।

"কি সৌমিত্ৰ তোৰ ওচৰলৈ যোৱা নাই!" সৌৰভ কাকতিয়ে প্ৰায় চিঞৰি উঠাৰ দৰে উঠি অপৰাজিতাৰ ফালে চালে। একো মাত নিদিয়াকৈ অপৰাজিতাই তলমূৰ কৰি পৰ্দাখনৰ আঁৰত থিয় হৈ ৰ'ল।

"তুমি কিবা টান কথা কৈছা নেকি?" চঞ্চল হৈ শুক্লাই সৌৰভ কাকতিক সুধিলে। হঠাতে কাকতি থিয় হ'ল—"তেনেকুৱাকৈ একো কথা কোৱা নাছিলোঁ দেখোন! কিন্তু···" কথাষাৰ কৈ কাকতি কোঠাটোত অশান্তভাৱে ঘূৰিবলৈ ধৰিলে।

পৰ্দাখনৰ কাষৰপৰা অপৰাজিতা লাহে লাহে আঁতৰি গ'ল। অপৰাজিতা আঁতৰি যোৱা দেখি খৰধৰকৈ শুক্লাও কোঠাটোৰপৰা ওলাই গ'ল। সৌৰভ কাকতি আকৌ চকীখনতে বহি পৰিল। পুনৰ কথাবোৰ ভাবি চাবলৈ চেষ্টা কৰিলে সৌৰভ কাকতিয়ে···।*

---

*মিহিৰ আচাৰ্য্যৰ এটা গল্প পঢ়ি ঠিক সেই টেক্‌নিকেৰেই গল্পটো লিখিছিলোঁ। বিষয়বস্তু মোৰ নিজা।—লিখক

## ॥ ৰোগশান্তি ॥

চম্পা, শুই থাক। টোপনি আহক। অনাহাৰে অনিদ্ৰাই এইদৰে আৰু কিমান দিননো থাকিব পাৰিম বুলি ভাবিছ চম্পা! অকণমান শুই ল।

এয়া মই কিমান প্ৰশান্তিত আছোঁ। ভিতৰখন মোৰ জ্বলি জ্বলি শেষ হৈ গৈছে যদিও এখন্তেকলৈ হ'লেও মই কিমান আৰাম কৰিছোঁ। সৌৱা বাহিৰৰ মুকলি প্ৰকৃতি। বৰ্ষাৰ প্লাৱনে নিকাকৈ নিয়া ধুনীয়া ধুনীয়া, সেউজীয়া সেউজীয়া গছ-লতিকা। মুকলি মনেৰে ঘূৰি ফুৰা সোঁবোৰ পশু-পক্ষী। আৰু সৌখন নীলা আকাশ। নীল নীল ধূসৰ নীলা। এইখন নীলা আকাশৰ তলতেই আমাৰ দৰে দুৰ্ভগীয়া মানুহবোৰো আছে চম্পা! কিন্তু আকাশখনৰ নীলা ৰংটো জানো সদায় থাকে? ডাৱৰ থাকিলে এই সুন্দৰ নীলা ৰংটোও ঢাক খাই যায় দেখোন।

আজি মই অকণমান শান্তিত আছোঁ। গাৰ বিষ, দেহৰ



আজি, মোৰ মন

ভিতৰখনত জ্বলি থকা যন্ত্ৰণাৰপৰা অকণমান সকাহ পাইছোঁ। কিন্তু সকাহ পালে কি হ'ব! চিন্তাবিলাক যাব ক'লৈ? অকণমান সকাহ পালেও আনন্দ মনেৰে মই থাকিব নোৱাৰোঁ। পাৰিম কি দৰে? মোৰ লগতেই ঘৰখন দেউলিয়া হৈ গ'ল, আৰু আগতনো আছিল কিটো! মই সুস্থ হৈ থাকোঁতেওতো বিশেষ একো নাছিল। মাত্ৰ পেটে-ভাতে কোনোমতে দুবেলা দুসাজ খাই আছিলোঁ। তথাপি তেতিয়া মোৰ একো চিন্তা নাছিল। আছিল সৰু সৰু মন আৰু সৰু সৰু স্বপ্ন। আটোমটোকাৰিকৈ এখন সৰু ঘৰ পতাৰ স্বপ্ন ৰচিছিলোঁ। কৈছিলোঁ সুশীলাক— "আৰু বেচি দিন অপেক্ষা কৰিব নালাগিব সু···। সাধাৰণভাৱে সৰুকৈ এখন ঘৰ পতাৰ পৰিকল্পনা মই লৈছোঁ। মাত্ৰ অপেক্ষা কৰা কেইটামান মাহৰ কাৰণে। হয়তো এবছৰো হৈ যাব পাৰে। ইমান দিন ধৈৰ্য্যৰে অপেক্ষা কৰাৰ পাচত মাত্ৰ কেইটামান দিনৰ কাৰণে তুমি জানো হতাশ হৈ যাবা?"......

পৰিকল্পনা?

ময়ো পৰিকল্পনা লৈছিলোঁ। এখন ঘৰ পতাৰ পৰিকল্পনা। অকল এয়ে নহয়, আৰু বহুত কথা কৈছিলোঁ সুশীলাক। সেইবিলাক আবেগৰ কথা। সেইবিলাক ভালপোৱাৰ কথা। ভালপোৱাটো আবেগেই। সেই আবেগ মোৰ এতিয়া নাই। থাকিলেও সেই আবেগৰ উচ্ছ্বাসত সুশীলা লেতু-সেতু হৈ নপৰে। মোৰ যৌৱন, মোৰ স্বাস্থ্য, মোৰ আশা-আকাঙ্ক্ষাবোৰ যেতিয়া ঘূণে ধৰা কাঠৰ দৰে ভিতৰে ভিতৰে ফোঁপোলা হৈ পৰিল তেতিয়া মনৰ আবেগবোৰ পানী ঢলা জুইৰ দৰে চেঁচা পৰি গ'ল। তাৰ পাচত আৰু ঘৰ পতাৰ স্বপ্ন উঠিব ক'ৰপৰা? উঠিব কেনেকৈ?

এয়া মই কিমান প্ৰশান্তিত আছোঁ। চম্পা, তই শুই থাক। টোপনি আহক। অনাহাৰে অনিদ্ৰাই এইদৰে আৰু কিমান দিননো থাকিব পাৰিম বুলি ভাবিছ?

তই তো জানই, মই তোৰ একমাত্ৰ ডাঙৰ ককাইদেউ, আৰু মোতকৈনো তই কিমান দিনৰ সৰু। তাৰ পিচতেই আছিল অমৃত। মোৰ আটাইতকৈ সৰু ভাই অমৃত। তোৰো। আমাৰ ঘৰখনৰ অৱস্থা পূৰ্বৰেপৰা কেনেকুৱা আছিল সেই কথাটো জানো তয়ো নাজান! তয়ো বুজি পোৱা নাই! দেউতা সাধাৰণ খেতিয়ক আছিল যদিও শিক্ষাৰ মোল বুজা লোক আছিল। সেই কাৰণেই হয়তো আমি অলপমান শিক্ষাৰ পোহৰ পালোঁ। নহ'লে মই যেনে-তেনে পি-ইউ পাছ কৰি এম-ই স্কুলৰ শিক্ষকতা কৰিবলৈ নাপালোঁহেঁতেন। তয়ো হাইস্কুল লিভিং পৰীক্ষা পাছ কৰিব নোৱাৰিলিহেঁতেন। তোৰ পঢ়াৰ আগ্ৰহ দেখিয়েই দেউতাই মাটি-বাৰী বন্ধকত দি হ'লেও পঢ়ুৱালে। অন্ততঃ তই হাইস্কুলৰ শ্ৰেণীবোৰ শেষ কৰিলি। কিন্তু লগে লগে কি হৈ গ'ল জান? আগতে আমি মাটি কেইডৰাৰ যশতে যেনেকৈ দুবেলা দুসাজ খাই আছিলোঁ, সেইটোও আমাৰ মুদা মৰিল। পঢ়িবৰ ইচ্ছা থকাতো পঢ়িব মই নোৱাৰিলোঁ। অৱশেষত হ'লোঁগৈ সামান্য এম-ই স্কুলৰ শিক্ষক। তাৰ বাহিৰে মোৰ কোনো উপায়ো নাছিল। অমৃতক পঢ়ুৱাবলৈ দেউতাৰ শক্তি নাছিল। তথাপি পঢ়িছিল। ময়ো শিক্ষকতা আৰম্ভ কৰিছিলোঁ। ইফালে তয়ো হাইস্কুল লিভিং পৰীক্ষা পাছ কৰি এল-পি স্কুলৰ বাবে চেষ্টা চলালি। আজিকালি এল-পি স্কুলৰ শিক্ষকতাৰ কাৰণে যে মানুহবিলাকৰ খোৱা-কামোৰা! তাৰ মাজতো তই ট্ৰেইনিঙত পাছ কৰিলি। আমি দুয়োটাই খাটিলোঁ—তোৰ কামটো ওচৰতে হ'ব লাগে বুলি। হ'ল। এমাইলৰ আঁতৰৰ স্কুল-



খনত। তাৰ পাচত অকণমান সকাহ পোৱা যেন লাগিছিল। সাধাৰণ গাঁৱৰ মানুহে তো ভাবিয়েই লৈছিল যে আমাৰ ঘৰৰ অৱস্থা ক্ৰমাৎ ভাললৈ আহিল। কিন্তু লুইতেহে জানে বঠাৰ কোব কিমান তললৈ বহে।

তেতিয়াই মোক দেউতাই বৰকৈ তোৰ কথা কৈছিল চম্পা; তোৰ কথা মানে— তোৰ বিয়াৰ কথা। জানই, দেউতাৰ কোনো সামৰ্থ্য নাছিল। মোৰ ওপৰতে ভাৰসা কৰি দেউতাই এদিন তোৰ বিয়াৰ কথা ভাবিছিল আৰু মোক কৈছিল। সেইদিনা মই উচাপ খাই উঠিছিলোঁ। এখন বিয়া পাতিবলৈ কমেও কিমান টকা লাগে সেই কথা মই ভাবিছিলোঁ। মনে মনে হিচাব কৰি চাইছিলোঁ। তাৰ পাচত মোৰ গাৰ নোম ডাল ডাল হৈ গৈছিল। তথাপি ময়েই এদিন আমাৰ লগতে শিক্ষকতা কৰা ইন্দ্ৰক মাতি আনিছিলোঁ। উদ্দেশ্য— তাৰ মন আকৃষ্ট কৰা। সেই সুযোগ ময়েই দিছিলোঁ তাক। সি কিন্তু আমাৰ মতলব বুজি পালে। লাহে লাহে আমাৰ ঘৰলৈ অহাটো কমাই দিলে। মই কিন্তু তাৰ ঘৰলৈ অাহ-যাহ কৰাটো কমাই দিব নোৱাৰিলোঁ। কমাই দিব নোৱাৰিলোঁ সুশীলাৰ কাৰণেও। ইন্দ্ৰৰ ভনীয়েক সুশীলাৰ কাৰণে।

ইন্দ্ৰ নাথাকিলেও মই সুশীলাৰ ওচৰলৈ যাওঁ। সুশীলাও মোৰ ওচৰলৈ চাপি আহে। এই কথা তই বহুত দিনলৈকে নাজানিলি। বহুতে গম নাপালে।

………সৌৱা বাহিৰৰ মুকলি প্ৰকৃতি। বৰ্ষাৰ প্লাৱনে ধুই নিকাকৈ নিয়া ধুনীয়া ধুনীয়া, সেউজীয়া গছ-লতিকা, মুকলি মনেৰে ঘুৰি ফুৰা সৌবোৰ পশু-পক্ষী। আৰু সৌখন নীলা আকাশ। নীল নীল ধূসৰ নীলা। এইখন নীলা আকাশৰ তলতেই আমাৰ দৰে দুৰ্ভগীয়া মানুহবোৰো আছে।……

তাৰ পাচত বহুত দিন পাৰ হৈ গ'ল। তোৰ বিয়াৰ কথা তল পৰিল। তোৰ চিন্তাতকৈও মোৰ নিজৰ চিন্তাটোহে প্ৰবল হ'ল। তেনেতে এদিন দেউতা ঢুকোৱাৰ পাচত মৃতকৰ কৃতকৰ্ম-খিনি আমি দুয়ো লগ লাগি ভালকৈয়ে কৰিব পাৰিলোঁ। তাৰ পাচত আৰু যেন মই প্ৰগল্‌ভ হৈ উঠিলোঁ। ইন্দ্ৰই এই কথা গম পালে। আপত্তি কিন্তু নকৰিলে। তয়ো গম পালি। কিন্তু মুখ্ খুলি একো কথাই ক'ব নোৱাৰিলি।·· ··· কিন্তু ··· সচাকৈ চম্পা! তাৰ মাজতো তোৰ কথা ভাবিছিলোঁ। তাৰ মাজতো তোৰ চিন্তা মই কৰিছিলোঁ। এতিয়া জানো এই অক্ষম ককায়েৰটোক ক্ষমা কৰি দিব নোৱাৰিবি চম্পা? মোৰ দেহৰ যন্ত্ৰণাবিলাক কেতিয়াবা কমিলেই তোৰ কথা ভাবিবলৈ মই বাধ্য হওঁ। তই নথকা হ'লে মোৰ বাৰু কি গতি হ'লহেঁতেন! একমাত্ৰ ককাইদেউ বুলিয়েই হয়তো তই উঠি-পৰি লাগিছ মোৰ এই বেমাৰটো ভাল হৈ উঠক বুলি। স্কুলৰপৰা লৰা-ঢপৰা কৰি আহি পোনে পোনেই মোৰ খবৰ লৱহি। তাৰ পাচত এটা দুটাকৈ কৰিবলগীয়া কামবোৰ কৰি যাৱ। ইফালে যন্ত্ৰণাত মই ছট্‌ফটাই থাকোঁ। এল-পি স্কুলৰ এগৰাকী শিক্ষয়িত্ৰীৰনো দৰ্মহা কিমান! তাৰেই ঘৰখন চলোৱা আৰু বেমাৰ —দুয়োটা কাম মাত্ৰ সেয়া দৰ্মহাৰেই কেনেকৈ সম্ভৱ হ'ব পাৰে?

তোৰ কথা ভাবিলেই মাজে মাজে সুশীলাৰ কথাও মনলৈ আহে জান? তয়েই সিদিনা কৈছিলি সুশীলাৰ বিয়াৰ কথা। কৈছিলি অলপতে সুশীলাৰ বিয়া হ'ব বুলি। সেইদিনা তোৰ-পৰা জানিবলৈ বিচৰা নাছিলোঁ। মই অন্ততঃ মনে মনে ভাবিছিলোঁ —ইমান কৌতূহল দেখুৱালে তই ভয় খাই উঠিবি বুলি। সুশীলাৰ আৰু মোৰ সম্বন্ধটোৰ কথা তই জানই! তেনেস্থলত মোৰ মনত বিয়াৰ খবৰটোৱে কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব



পাৰে সেয়াও তই নিশ্চয় অনুমান কৰিব পাৰিবি। খবৰটো হয়তো তই মোক নিদিওঁ বুলিয়েই ভাবিছিলি। অতৰ্কিতে তোৰ মুখৰপৰা কথাটো বাহিৰ হৈছিল। সেই কথা মই লক্ষ্য কৰিছিলোঁ। বেমাৰী হৈ বিছনাত পৰি থাকিলে মনবিলাক কিজানি আৰু অনুভূতিপ্ৰৱণ হৈ পৰে চম্পা! তয়ো হয়তো সেয়া অনুমান কৰিছিলি! আৰু সেই কাৰণেই তোৰ মুখৰপৰা কথাটো অতৰ্কিতে ওলোৱাৰ পাচত মই একো কৌতূহল দেখুৱা নাছিলোঁ।

যাওক দে চম্পা! সেইবিলাক আজিকালি ভাতৰ লগত পানী খোৱা কথাৰ নিচিনা। প্ৰায় সকলোবিলাক মানুহেই আজি কালি এনেকুৱা হৈ পৰিছে। তেনে স্থলত মোৰ নিচিনা সামান্য মানুহ এটাৰ কথা কোনে ভাবে?

এতিয়া মই মোতকৈও তোৰ কথাটোহে বেচি চিন্তা কৰোঁ। মোৰ যদি হঠাতে কিবা অঘটন ঘটে তেতিয়া তই কি কৰিবি? অমৃতটোও অঘৰী হ'ল। যিমানেই সি বুজিব পৰা হৈ আহিছে সিমানেই তাৰ গাত কথা নলগা হৈ আহিছে। তাৰপৰা জানো কিবা আশা কৰিব পাৰ? কালিৰ কথাটোৱেই ভাবচোন! কালি ৰাতি মই কিমান ছট্‌ফটাই কটাই দিছোঁ। তয়ো— কিবা আশঙ্কা কৰিয়েই হ'ব পায় মোৰ ওচৰতে ৰাতিটো বহি বহিয়েই কটাই দিলি। কালি ৰাতি সি ঘৰলৈকে নাহিল। আজি বা আহেনে নাহে তাক কোনে জানে?

সন্ধ্যা লাগি ভগাৰ পাচতে কণখুৰাই কালি আহি মোক বহুত জৰা-ফুকা কৰিলে। তয়ো আছিলি তেতিয়া। তাৰ পাচত কেতিয়া কণখুৰা গ'লগৈ ক'ব নোৱাৰোঁ। বোধকৰোঁ অলপ দেৰি আছিল। তেওঁ বাৰু তোৰ ওচৰত কি হৈছে বুলি কৈছে? আজি তই স্কুলত থাকোঁতে কণখুৰাই এপাক মাৰি মোক চাই গৈছেহি। কণখুৰাই কৈছে—অতি সোনকালে হেনো মই ভাল

হৈ উঠিম। কিন্তু মই জানো ; কণখুৰা ডাক্টৰ নহয়। তথাপি সৰল সহজ, হোজা মানুহবোৰে কণখুৰাকেই ইমান দিন বিশ্বাস কৰি আহিছে। ডাক্টৰৰ তো আজিকালি অভাৱ নাই ? সদায়নো ডাক্টৰক দেখুৱাবলৈ আমাৰ সামৰ্থ্য ক'ত ? সেইবাবেই মই তোক কৈছিলোঁ যে কণখুৰাই জাৰি দিলেই মোৰ ভাল লাগে। ডাক্টৰৰ দৰব খাই দেখোন একো নহ'ল। তাকেই বিশ্বাস কৰি তই কণখুৰাক কথাটো বোধকৰোঁ কৈ দিলি। কণখুৰা উঠি-পৰি লাগিল।.........কিন্তু তই জানো জান যে পৰহি ডাক্টৰজন আকৌ এবাৰ আহিছিল। তই স্কুলত থাকোঁতে আহিছিল। এই ৰাস্তাইদি হেনো পাৰ হৈ গৈ মানুহ এঘৰত সোমাইছিল তেওঁ। তাতেই কেনেবাকৈ মোৰ কথা ওলাল। আৰু সেই বাবেই হেনো ঘূৰি যাওঁতে খবৰ কৰি যাওঁ বুলি সোমালে। মোক পৰীক্ষা কৰি যাবৰ সময়ত ডাক্টৰে কি কৈ থৈ গৈছিল জান ? কৈছিল—ডিব্ৰুগড়লৈ নিনিলে এই বেমাৰ ভাল নহয়। হ'ব নোৱাৰে।

এই কথাটোকে তোক ক'বলৈ মোৰ ভয় লাগিছে চম্পা ? ইমান দুখ, যন্ত্ৰণা মই সহি থকাৰ লগে লগে তয়ো যে সহি থাকিবলগীয়া হৈছে। ইয়াৰ পাচত আকৌ তোক নতুনকৈ দুখ এটা দিওঁ কিয় ? তই তিৰোতা মানুহ। ইয়াতকৈ আৰু কি কৰিব পাৰিবি তই ?

অমৃত কিজানি আজিও নাহে। অকণমান তই শুই ল চম্পা। আজি মই অকণমান শান্তিত আছোঁ। গাৰ বিষ, দেহৰ ভিতৰখন জ্বলি যোৱা যন্ত্ৰণাবপৰা মই অকণমান সকাহ পাইছোঁ। খিৰিকীৰ ফাঁকেদি নীল নীল ধূসৰ নীলা আকাশখনলৈ চাই ভাবিছোঁ—এইখন নীলা অকাশৰ তলতেই আমাৰ দৰে দুৰ্ভগীয়া মানুহবোৰো থাকে চম্পা ! কিন্তু আকাশৰ নীলা ৰংটোও সদায় নাথাকে জান ! .....তই অকণমান শুই ল চম্পা !

## ॥ ঘা ॥

—বিণু !

—উঁ !

—তুমি কান্দিছা বিণু ! এয়া জানো কান্দিবলগীয়া কথা হ'ল। বৰং তুমি এতিয়া আনন্দ কৰা হ'লে মোৰো ভাল লাগিলহেঁতেন। অন্তত মই অকমান সকাহ পালোঁহেঁতেন।

ৰিহাৰ আঁচলেৰে চকুহুটা মোহাৰি মোহাৰি বিণু বাহিৰলৈ ওলাই গ'ল। ভেলেঙীৰ দৰে চাই ৰ'ল জোনালী বৰুৱাই। প্ৰত্যুত্তৰত একো নোকোৱাকৈ অভিমানিনীৰ দৰে ওলাই যোৱা বিণু হাজৰিকালৈ চাই চাই জোনালীৰ বেয়া নালাগিল। তাৰ সলনি সৰু ছোৱালী এজনীৰ দৰে গবা মাৰি ধৰি মৰম কৰি দিবৰ মন গ'ল। অশ্ৰু-ভাবাক্ৰান্ত চকুযুৰিলৈ চাই চাই ক'বৰ মন গ'ল, তুমি এতিয়াও বহুত কথা নজনাকৈয়ে আছা বিণু ! কেৱল তুমি দেখাটোৱেই জীৱন নহয়, আনে দেখাবোৰো জীৱনৰে অভিজ্ঞতা। বিশ্ববিদ্যালয়ৰ এই

আমোদ-প্ৰমোদ আনন্দ-আহ্লাদৰ বাহিৰেও এখন পৃথিৱী আছে যাক নিয়ন্ত্ৰিত কৰিছে কঠোৰ বাস্তৱে। সেই পৃথিৱীখনৰপৰা অলপমান যদি অভিজ্ঞতা সঞ্চয় কৰি নোলোৱা, তেতিয়া হ'লে আৰু তুমি কিমান্ দিননো জীয়াই থাকিম বুলি ভাবিছা? জীৱনৰ আধাডোখৰ কাল বিদ্যাশিক্ষা কৰিয়েই দেখোন কটালা!

কথাবোৰ ভাবি নিজে নিজে চ'ক্ খাই উঠিল জোনালী বৰুৱা। এয়া কি কথা তাইৰ মনলৈ আহিছে? বিণুৰ বিষয়ে এনেকৈ ভবাটোৱে তাইৰ ভুল হৈছে? অকল ভুলেই নহয়, পাপো হৈছে। নিৰ্দোষ-নিষ্কলঙ্ক ছোৱালী তাই। আৰু এনেকুৱা পৰিস্থিতিত তাইৰ চকুৰপৰা চকুপানী ওলোৱাটো নিতান্ত স্বাভাৱিক কথা—পৃথিৱীত পৰিয়েই কেঁচুৱাই কান্দি উঠাৰ দৰে স্বাভাৱিক। তেনেস্থলত বিণুৰ বিষয়ে মনে মনে এনেকৈ ভবাতকৈ শুভেচ্ছা জনাই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনোৱাহে যুগুত আছিল।·········

নিশব্দে বিছনাখনতে বহি ৰ'ল জোনালী বৰুৱা। দুৱাৰখন সদায়েই জপাই থোৱা থাকে। মানুহ থাকিলেও, নাথাকিলেও। হোষ্টেলবিলাকৰ এইটোৱেই নিয়ম। ভিতৰত সোমাই থাকিলেও কোনেও দুৱাৰ খুলি নথয়।······সদায়েই দেখি থকা এটা বৈচিত্ৰ্যহীন কোঠা। দুজনীৰ কাৰণে আটোম-টোকাৰিকৈ সজোৱা কোঠা। অশ্ৰুভাৰাক্ৰান্ত অন্তৰ লৈ বিণু বাহিৰলৈ ওলাই গৈছে। হয়তো কাৰোপৰা সান্ত্বনাৰ বাণী শুনিবলৈ তাইৰ ইচ্ছা নাই।

জোনালী বৰুৱাই নিজৰ কোঠাটোকে ভালকৈ চাই ল'লে। দুখন বিছনা, ৰেক্, টেবুল, চকী আগৰ দৰেই আছে। একো পৰিবৰ্তন হোৱা নাই। মাত্ৰ পৰিবৰ্তন হৈছে বিণুৰ বেড্‌ক'ভাৰখন। ঘৰৰপৰা ঘুৰি আহোঁতে তাই নতুন বেড্‌ক'ভাৰ এখন আনিছে। সেইখন হেনো ভিনীহিয়েকে দিছিল। তদুপৰি কোঠাটো বেছ পৰিষ্কাৰ কৰি ৰাখিছে বিণুৱে। অন্যবিলাক কোঠাৰ তুলনাত এই



কোঠাটোত সোমায়েই জোনালীৰ ভাল লাগি যায়। 'ইলাষ্ট্ৰেটেড্ উইক্‌লী' আৰু 'লাইফ' মেগাজিনৰপৰা কাটি এখন দুখন ছবিও চক্‌চকীয়া বগা বেৰখনত সুন্দৰকৈ লগাই থৈছে বিণুৱে। আঁতৰৰপৰা ছবিখন চালে বেৰতে আঁকা যেন অনুমান হয়; কাৰণ ৰঙীন পেঞ্চিলেৰে সুন্দৰকৈ ফ্ৰেমৰ দৰে বৰ্ডাৰ আঁকি দিয়াৰ কাৰণে বিণুৰ টেবুলখনৰ মুখে মুখে থকা সেই ছবিখন লিওনাৰ্ডো দা ভিঞ্চিৰ। ছবিখনৰ নাম 'Christ among the Doctors'। কেইবা শতিকা ধৰি হেৰাই থকা ছবিখন হেনো নিউয়ৰ্কৰ সৰু আৰ্ট গেলেৰী এটাৰপৰা উদ্ধাৰ কৰা হৈছে। ইংৰাজী মেগাজিন এখনৰপৰা ছবিখন কাটি লৈ বিণুৱে জোনালীক দেখুৱাইছিল আৰু কথাবোৰ কৈছিল। তাৰ পাচত তায়েই ছবিখন টেবুলৰ সন্মুখৰ বেৰখনতে সুন্দৰকৈ আঠা লগাই আঁৰি দিছিল। ছবিখনৰপৰা দৃষ্টি ফিৰাই আনি জোনালীয়ে খিৰিকীখনেদি বাহিৰলৈ চাই পঠিয়ালে। পশ্চিম আকাশলৈ বেলিটো আহি যেন অৱশ হৈ পৰিছে। নিৰ্মল নীলা আকাশ। অদূৰত থকা পাহাৰটোৰ হাবি-বননিবোৰ স্পষ্টকৈ চকুত পৰে। সৰু-সুৰা সামান্য পাহাৰবোৰ ইতিমধ্যে নাইকিয়া হৈ গৈছে। বিশ্ববিদ্যালয় ঘৰ সজাৰ উপযোগী কৰি সেইবোৰ ভাঙি পেলাইছে। লাহে লাহে বেলিটো সেই পাহাৰখনৰ সিকাষতেই লুকাই পৰিব। তাৰ পাচত লাহে লাহে নামিব সন্ধ্যা। নিয়মত চলি থকা পৃথিৱী। এই নিয়মৰ মাজতেই ব্যতিক্ৰম যেন মানুহৰ জীৱনটো। মানুহ স্বাধীন হৈয়েই জন্ম লাভ কৰে যদিও তাৰ হাত-ভৰি অনবৰতে শিকলিৰে বন্ধা থাকে। জোনালীয়ে ভাবিলে।

এজাক চেঁচা বতাহ খিৰিকীয়েদি সোমাই আহিল। সেই বতাহজাকে যেন নিবিড়ভাৱে ছুই গ'ল জোনালী বৰুৱাক। বিছনাৰপৰা উঠি গৈ এবাৰ বিণুক চাই অহাৰ হেঁপাহ হ'ল জোনালীৰ। তথাপি বিছনাখনৰপৰা উঠি যাবলৈ বৰ এলাহ লগা যেন লাগিল।

বিণু। বিণুপ্ৰভা হাজৰিকা। বিণু হাজৰিকা—যি বুলিয়েই মতা নাযাওক লাগে, একেজনীয়েই ছোৱালী। তাইতকৈ বয়সত বহুত সৰু। সেইৰাবে তাইৰ বহুতো অভিজ্ঞতা হ'বলৈ এতিয়াও বাকী। ধন-সম্পত্তি থকা মানুহ। আনন্দ মনেৰে খাইছে, পিন্ধিছে। চিন্তা নকৰাকৈ টকা খৰচ কৰিছে। তাতকৈ সুখী হ'বলৈ আৰু তিৰোতা মানুহক কি লাগিছে? সেইবাবেই হয়তো তাইৰ দুখ লাগিছে। হয়তো দুখ লাগিছে বিশ্ববিদ্যালয়খন এৰি যাব লগা হোৱাৰ কাৰণে, হয়তো দুখ লাগিছে এই আধাখুন্দা শিক্ষাটোৰ কাৰণে। যেনেকৈ নহওক তাই যাবই লাগিব। আজি টেলিগ্ৰাম আহিছে, কালিলৈ সিহঁতৰ ঘৰৰ মানুহ আহিব আৰু তাইক লৈ যাবহি। তাই যেন সাজু হৈ থাকে এই ভাবিয়েই তাইলৈ টেলিগ্ৰাম কৰিছে। এই মাহতে তাইৰ বিয়া।·········বিয়া!

কথাষাৰ ভাবিলেই আজিও বিষণ্ণ হৈ যায় জোনালীৰ সমগ্ৰ মুখমণ্ডল। হয়তো এয়া সনাতন প্ৰথা, হয়তো এয়া পৱিত্ৰ বস্তু। কিন্তু এই বিয়াৰ মাজতো, এই পৱিত্ৰতাৰ মাজতো যে কলঙ্ক সোমাই পৰিছে, সেই কথা জোনালীৰ বাহিৰে কোনেও ভালকৈ বুজিব নোৱাৰে।

অতীতত হয়তো বিয়া কৰোৱা প্ৰথাটোৱেই নৰ-নাৰীৰ পৰম ধৰ্ম আছিল। ইয়াৰ লক্ষ্য আৰু উদ্দেশ্যতো কোনো জটিলতা নাছিল। কিন্তু সেই সহজ সৰল অৰ্থ চিৰদিন জানো অবিচলিত-ভাৱে বৈ আহিছে?·····ভয় লাগি যায় জোনালীৰ সেইবোৰ কথা ভাবিলে। অথচ দুৰ্বল মুহূৰ্তৰ সুযোগ লৈ কেতিয়াবা কেতিয়াবা তাইৰ মনটোও উৰি যাব খোজে নীড়হাৰা পখীৰ দৰে কোনোবা নাম নজনা দ্বীপৰ মাজলৈ।

"তুমি নিজেই ঘৰখন সজাই-পৰাই ল'ব লাগিব জোনালী। মই নিমিত্ত মাত্ৰ। হাজাৰ হাজাৰ সাধাৰণ দুৰ্বল মানুহৰ দৰেই



মই দুৰ্বল।"

"মই অকলে পাৰিম জানো?" গভীৰ বিশ্বাস আৰু আন্তৰিক-তাৰে সোধে জোনালীয়ে।

"কিয় নোৱাৰিবা? নাৰী যদি পুৰুষৰ লগত সমানে ফেৰ মাৰি আগবাঢ়ি যাব পাৰে তেতিয়া স্বাৱলম্বী নোহোৱাৰ বা হ'ব নোৱৰাৰ কিবা মানে আছে জানো?"

মনে মনে বৈছিল জোনালী। তাৰ পাচৰপৰা গিৰীয়েক যেন অমনোযোগী হৈ পৰিছিল ঘৰখনৰ প্ৰতি; উদাসীন হৈ পৰিছিল জোনালীৰ প্ৰতি। এইদৰেই ছমাহ পাৰ হৈ যোৱাৰ পাচত জোনালীয়েই অধৈৰ্য্য হৈ কৈ উঠিছিল, "মোক এইদৰে আৰু কিমান দিন শাস্তি দিবা তুমি? কিমান এইদৰে সহ্য কৰি যাব লাগিব।"

প্ৰত্যুত্তৰত গিৰীয়েকে মাথোন কৈছিল, "অধৈৰ্য্য হৈ উঠিছা যদি ঘৰলৈ গুচি নোযোৱা কিয়? তোমাৰ মুক্তি দেখোন মই কাহানিবাই দি দিলোঁ।"

গিৰীয়েকৰপৰা এনেকুৱা আচৰিত উত্তৰ পাব বুলি জোনা-লীয়ে আশা কৰা নাছিল। হঠাতে গিৰীয়েকৰ মুখত এনেকুৱা অপ্ৰত্যাশিত কথা শুনি তাই প্ৰথমতে শেঁতা পৰি গৈছিল। কিন্তু পিচ মুহূৰ্ততে তাই সচেতন হৈ উঠিছিল, ক্ষুব্ধ হৈ উঠিছিল গিৰীয়েকৰ প্ৰতি তাইৰ মন। সেই মুহূৰ্ততে তাই বাপেকলৈ এখন দীঘলীয়া চিঠি লিখিছিল। নিজৰ সুখ-শান্তিৰ কাৰণে আকৌ নিজ ঘৰখনলৈকে ঘূৰি যোৱাৰ কথা তাই চিঠিখনত উল্লেখ কৰিছিল।

তাৰ পাচত তাই গুচি আহিছিল। ভাবিছিল: অভিমান অন্ত হ'লেই গিৰীয়েক এদিন আকৌ আহিব, তাইক লৈ যাবহি। আৰু লগত নিব জিতুক। সিহঁতৰ যুগ্ম-জীৱনৰ সাক্ষী সেই জিতু। কিন্তু নাহিল। আনকি জিতুৰ জন্মৰ সময়তো। জোনালীৰ

অসম্ভৱ জেদী বাপেকে অৱশেষত জোঁৱায়েকৰ নামো শুনিবলৈ ইচ্ছা নকৰা হ'ল।

তাৰ পাচত?

বহুত দিনৰ আগৰ ঘটনাটোলৈ মনত পৰি গ'ল জোনালীৰ। কেৱল ঘটনাই নহয়—জীৱনৰ এটা অধ্যায় তাই শেষ কৰি থৈ গুচি আহিছে। শেষ হৈ গ'ল এটা করুণ ইতিহাস। পৃথিৱীত কিমান জোনালীৰ জীৱন এইদৰেই কাঁচৰ টুকুৰাৰ দৰে থান-বান হৈ গৈছে সেই কথাৰ কোনে লেখ দিব? কোনে বুজিবলৈ চেষ্টা কৰিব এনেকুৱা অলিখিত ইতিহাসৰ মৰ্মভেদ কাহিনী!

লাহে লাহে এটা-দুটাকৈ দিন পাৰ হ'ল। মাহ পাৰ হ'ল। পাৰ হ'ল বছৰ। শবৰীৰ দৰে তেতিয়াও জোনালীয়ে প্ৰতীক্ষা কৰিছিল। কেতিয়াবা কেতিয়াবা তাইৰ মানসপটত ভাহি উঠিছিল এখন স্পৰ্শকাতৰ মুখ। খুব করুণ, খুব কোমল, খুব উদাস। তেতিয়া যেন তাইক কাণে কাণে কোনোবাই ফুচ্‌ফুচাই কৈছিল—"মই আকৌ আহিছোঁ জোনালী। মোৰ ভুল হৈছিল। দোষ হৈছিল। কাৰণ মই মানুহ। সামান্য মানুহ হোৱাৰ অপৰাধত মই দোষী। জুইত সোণ পুৰিলে উজ্জ্বল হোৱাৰ দৰে ময়ো পৱিত্ৰ হৈ আহিছোঁ। সেই ভুলৰ শুধৰণি বিচাৰি আহিছোঁ, এতিয়া মোক গ্ৰহণ কৰিব পাৰা। কোৱা পাৰিবা?"

জোনালীয়ে আকৌ খিৰিকীয়েদি বাহিৰলৈ চালে। সূৰ্য্য লুকাওঁ লুকাওঁ। কণীৰ কুহুমৰ দৰে পাণ্ডুৰ হৈ পৰিছে সূৰ্য্যৰ ৰং। চতুৰ্ভুজীয়া খিৰিকীয়েদি সেই পাহাৰৰ হেৰাই যাব খোজা বেলিটোৰ হেঙুলীয়া ৰহণ চাই চাই জোনালীয়ে যেন প্ৰাৰ্থনা কৰিব: মোকো লৈ যোৱা সেই সোণোৱালী কণীৰ কুহুমৰ মাজলৈ! মোকো লৈ যোৱা সেই......সেই......

হঠাতে দুৱাৰত টোকৰ পৰিল। টক্-টক্-টক্।



জোনালীয়ে সহজ হ'বৰ চেষ্টা কৰি সাধাৰণভাৱে মাত দিলে—"আহক"। দুৱাৰখন খুলি সোমাই আহিল এজনী ছোৱালী—ইলা চৌধুৰী। চকুৱে-মুখে হাঁহিসনা ছোৱালীজনী যেন হঠাতে ৰৈ গ'ল। জঠৰ হৈ গ'ল।

"বিণু নাইনেকি বাইদেউ?"

শিক্ষয়িত্ৰীক যেন এজনী ছাত্ৰীয়েহে কথাষাৰ সুধিছে।

"নাই। অলপ আগতে ওলাই গৈছে। তাই আজি কান্দিছে। কাইলৈ যাবগৈ লাগিব নহয়!"

"অ' হয়নেকি? ৰ'ব, মই তাইক বিচাৰি যাওঁ। কাৰোবাৰ ৰূমত চাগৈ সোমাই আছে। সিটো হোষ্টেললৈ গ'লনেকি আৰু! যাওঁ দেই!" বুলি চঞ্চল হৰিণীৰ দৰে ওলাই গ'ল ইলা চৌধুৰী।

বিছনাৰপৰা উঠি আহিল জোনালী বৰুৱা। তাৰ পাচত লাহে লাহে বন্ধ কোঠাটোতে সুদা ভৰিৰে এনেয়ে এবাৰ ঘূৰিলে। দুৱাৰখনৰ কাষ পালেগৈ জোনালী বৰুৱা। আধা-জাপ খোৱা দুৱাৰখন জপাই দিলে সম্পূৰ্ণকৈ। বাহিৰত কিছুমান অস্ফুট গুঞ্জৰণ। হয়তো সদায় বহাৰ দৰেই খট্‌খটীত বহি লৈ ছোৱালীবোৰে কথা পাতিছে। অলাগতিয়াল কথা। লাগবান্ধ নোহোৱা কথা। কোন ল'ৰাই কাক ভাল পায়, কোন কোন সুখী, ইত্যাদি ইত্যাদি। তাৰ পাচত তাই আহি খিৰিকীখনৰ কাষ পালেহি। খিৰিকীৰ ৰেলিং দুডালত দুয়োখন হাত থৈ তাই বাহিৰলৈ চাই পঠিয়ালে। হোষ্টেললৈ সোমাই অহা ৰাস্তাটোৰেদি এজনী দুজনী ছোৱালী আহি আছে। অদূৰত দেখিলে এটা ল'ৰা আৰু এজনী ছোৱালী। জোনালীৰ বুজিবলৈ বাকী নাথাকিল সেই হাল কোন হ'ব পাৰে। দেখি দেখি তাই অভ্যস্ত হৈ পৰিছে। সহজ হৈ গৈছে তাইৰ। কেতিয়াবা এইবোৰ ভুৱা ভুৱা যেন লাগে জোনালীৰ। ফাকি ফাকি যেন লাগে। প্ৰেম যদি ইমান অনায়াসলব্ধ হয়, তেতিয়া হ'লে ক'ত থাকিল

প্ৰেমৰ মাধুৰ্য্য, প্ৰেমৰ সাৰ্থকতা ! য'ত অৱগুণ্ঠন নাই, য'ত লাজৰ শালীনতা নাই, য'ত জয় হোৱাৰ মানসিক প্ৰতিবন্ধক নাই তাত প্ৰেম-বিজয়ৰ গৰ্ব থাকিব পাৰে কেনেকৈ ? এইবিলাক যেন জীৱনৰ স্বাভাৱিক, জৈৱ কৰ্ম। লজ্জা যদি নাৰীৰ ভূষণস্বৰূপ হয় তেতিয়া হ'লে সেয়া দুখলগা ভাৱে হেৰাই গৈছে আজিৰ দিনত। এয়া হয়তো যুগৰেই দাবী।

এইবাৰ জোনালী আহি চকীখনত বহিলহি। বৰ উদাস উদাস লাগিল তাইৰ। কিবা এক অন্তঃসাৰশূন্য পাতল বায়ুৱে যেন গোটেই পৃথিৱীৰ গগনমণ্ডল ধুঁৱলি-কুঁৱলী কৰি তুলিছে। ······বিশ্ববিদ্যালয়ৰ ছাত্ৰীবাসৰ এই হুলস্থুলৰ মাজতো তাইৰ নিজকে বৰ অকলশৰীয়া যেন লাগিল। অথচ ইতিমধ্যে অনেক দিনেই এই ছাত্ৰীবাসতে তাই অতিবাহিত কৰি দিছে।

দেউতাক অসম্ভৱ জেদী মানুহ বুলি জোনালীয়ে জানে। আৰু সেই বাবেই জোনালীৰ বৰ ভয় লাগে দেউতাকলৈ। এটা-দুটা কথাতকৈ বৰ বেচি কথা নকয় দেউতাকে। এদিন দেউতাকেই জোনালীক কৈছিল—"বাদ দে সেই কাপুৰুষবোৰৰ কথা ভাবিবলৈ। তাতকৈ তই প্ৰাইভেট্ কৈ বি-এটোকে দে—পাছ কৰিলে এম-এ পঢ়িব লাগিব।"······বাপেকৰ সেই কথামতেই তাই এম্-এ পঢ়িবলৈ গুচি আহিল। ইতিমধ্যে সকলো ছোৱালীয়ে তাইৰ কথা জানিছে। আৰু সকলো ছোৱালীয়েই তাইক শ্ৰদ্ধাৰ চকুৰে চায়। বাইদেউ বুলি মাতে। সমীহ কৰি চলে। হোষ্টেলত এই অত জাক ছোৱালীৰ মাজত থাকি তাইৰ বেয়া লগা নাই। ঘৰত অলপ সময় চিন্তাত কটোৱাতকৈ তাই বহুত সুখেৰে আছে ইয়াত।

লাহে লাহে কোঠাটো আন্ধাৰ হৈ আহিল। বেবৰ বগা ৰং মনিব পাৰি যদিও কোঠাটো ধুঁৱলি-কুঁৱলী যেন হৈ পৰিছে। বাহিৰত যথেষ্ট পোহৰ এতিয়াও আছে।



জোনালীয়ে চকীৰপৰা উঠি গৈ লাইটকেইটা জ্বলাই দিলে। কোঠাটো উজ্জ্বল হৈ উঠিল। বিণু ইমান পৰেও নাহিল। হয়তো অলপ দেৰি পাচতেই সোমাই আহিব। আনকালে হোৱা হ'লে—ইমান পৰে দুয়ো একেলগে ওলাই গ'লহেঁতেন। কেইবাজনীও ছোৱালী একেলগ হৈ সন্ধিয়াৰ সময়কণ উপভোগ কৰিলেহেঁতেন। বিনীতাই বাৰেবিংকৰা কিছুমান কথা উলিয়াই সকলোকে হঁহুৱালেহেঁতেন। জুবেলাই ফুৰিবলৈ ওলোৱাৰ আগতে সকলোকে সতৰ্ক কৰি দিলে-হেঁতেন, "অ'ই সকলোবোৰে হাতত ছপইচা ছপইচা ল'বি। পকৰী খাব লাগিব"–ইত্যাদি। সকলোবোৰ হুলস্থুল কৰি ওলাই গৈ আকৌ নিজ নিজ কোঠাত সোমালেহিহেঁতেন। এইটো কোঠাত জোনালীৰ লগত বিণুও আহি সোমালেহিহেঁতেন। জোনালীৰ লগত সোমায়ে বিণুৱে কোঠাটোৰ দুৱাৰখন ভিতৰ ফালৰপৰা খিলি লগাই দিলেহেঁতেন। তাৰ পাচত খিৰিকীখন জপাই মুখত নতুন গান এটাৰ কলি গুণ্ গুণাই অথবা কাৰোবাৰ ৰোমাণ্টিক প্ৰেমৰ কবিতা এটা আবৃত্তি কৰি কৰি পঢ়াৰ টেবুলত বহিলহিহেঁতেন!

আজি ৰাতিটো মাত্ৰ বিণু থাকিব। তাৰ পাচত তাই অকলে শুব লাগিব। কেতিয়াবা মন গ'লে আপোন মনে কথা পাতিব লাগিব। আজিও হয়তো বিণু আহি একো কথাকেই মুখ খুলি ক'ব নোৱাৰিব। হয়তো মূৰে-গায়ে কাপোৰ লৈ উচুপি উচুপি শুই থাকিব। তেতিয়া তাই কি বুলি সান্ত্বনা দিব বাৰু বিণুক। তাইতকৈ তো বহুত সৰু ছোৱালী বিণু। সংসাৰৰ একো আও-ভাও বুজি নোপোৱা সৰল-মনা ছোৱালী। এই সংসাৰৰ কঠোৰতাৰ কথা তাই হয়তো পঢ়িহে জানিছে। বাস্তৱ অভিজ্ঞতাৰ-পৰা নহয়। সেইজনী মানুহে বৰ্তমান মানুহৰ ছিন্ন-ভিন্ন ভাবধাৰা বুজিব কেনেকৈ ? উচ্ছন্ন ভাবধাৰাৰ উমান প্ৰাব কি দৰে ?

এই সৰলমনা ছোৱালীজনীৰ কোমল মনটো যেন কোঙা কৰি নেপেলাবা ঈশ্বৰ! তাই যেন এতিয়াৰ বিণুৰেই হৈ থাকে!............একোঁকে ভাবিব নোৱৰা হ'ল জোনালীয়ে। বিণু যাবগৈ। হয়তো এদিন স্মৃতিবোৰ হেৰাই থাকিব। জুৰণীয়া মৌৰ দৰে দুদিনমান থাকি জোনালীও যাবগৈ এদিন। তথাপি যিমান দিন থাকিব তাই এইটো কোঠাত, সিমান দিন সোঁৱৰিব লাগিব বিণুৰ কথা। বেৰত আঠা দি সুন্দৰকৈ ওলোমাই থোৱা এই ছবিবোৰ তো বিণুৱে কেতিয়াও নিনিয়ে। দুয়োজনীয়ে উমৈহতীয়াভাৱে কিনি লোৱা সৌ আয়নাখন তো বিণুৱে লৈ নাযায়গৈ!......সেইবোৰেই সোঁৱৰাব বিণুৰ কথা।

লাহে লাহে জোনালী আহি আইনাখনৰ ওচৰ পালেহি। দুয়োখন হাতেৰে আইনাখন ধৰি আনি টেবুলত ৰাখিলেহি। তাৰ পাচত লাহে লাহে জোনালী চকীখনত বহিল আৰু আইনাখনৰ ওচৰলৈ মুখখন চপাই নিলে। লাইটৰ পোহৰত নিজৰ মুখখন চাই চাই জোনালীয়ে উপলব্ধি কৰিলে, তাইৰ যেন একে দিনাখনেই বহুত বয়স বাঢ়ি গ'ল। সংসাৰৰ চক্ৰবেহু অতিক্ৰম কৰি জ্ঞানৰ মুকুতা বিচাৰিবলৈ আহোঁতে লগ পোৱা এই সৰু সৰু ছোৱালীবোৰৰ লগত উমলি-জামলি থাকোঁতে থাকোঁতেই যেন তাইৰ জীৱন-বেলিও ভালেখিনি আগবাঢ়ি গ'ল। গালে-মুখে যেন বয়সৰ ছাপ প্ৰকট হৈ ফুটি উঠিল। চকুৰ উজ্জ্বল জ্যোতি যেন ক্ৰমাৎ ম্লান হৈ পৰিল।... আইনাখনতে ভেজা দি অসহায় শিশুৰ দৰে হুক-হুক্‌কৈ কান্দি দিবৰ মন গ'ল জোনালীৰ। নিজৰ ওপৰতে নিজ হাতখন লাহে লাহে বুলাই নিলে জোনালীয়ে। আইনাখনৰপৰাহে যেন দুটোপাল চকুৰ পানী বাগৰি আহিল।

## ।। সংক্ৰমণ ।।

প্ৰাক্-ঐতিহাসিক যুগৰ এটা বিৰাটকায় জন্তুৰ দৰে যেন তাৰ সম্মুখেদি ট্ৰেইনখন পাৰ হৈ গ'ল। নিচেই কাষৰেপৰা সি ট্ৰেইনখনৰ ডবাবিলাকলৈ চালে। ইঞ্জিনটোৰ পিচত ডবাবিলাকে যেন ঢাপলি মেলিছে। পিচমুহূৰ্ত্ততে সি দেখিলে যে ডবাবিলাক তাৰ আগেদি পাৰ হৈ শেষ নৌ হওঁতেই হঠাৎ বিস্ফোৰণ ঘটিল। ইঞ্জিনটো চিৰিৰ-পৰা বাগৰি গ'ল। দুটামান ডবা কেনিবাদি উফৰি পৰিল। অবাক বিস্ময়ত চকু দুটা তাৰ বহল হৈ গ'ল। ভয়তে সি দৌৰ মাৰিব খোজোঁতেই সিও এটা ডবাৰ লগত উফৰি গ'ল। তাতোকৈ আচৰিত কথা, তাৰ ডিঙিটো ছিগি গছ এজোপাত ওলমি ৰল। বিস্ময়ত বহল হৈ মেল খোৱা চকু দুটা মেল খায়েই ৰ'ল আৰু সি তাৰ গা অংশ দেখিলে। বলি দিয়া ছাগলীৰ দৰে গা অংশ ধৰফৰাই ধৰফৰাই এসময়ত শান্ত হৈ পৰিল।.........ৰবীনে চকু দুটা মেলিয়েই আকৌ মুদি দিলে।

বাতি খুলি ৰখা খিৰিকীয়েদি সোমাই অহা পোহৰৰ ৰশ্মিয়ে তাক বাধ্য কৰালে চকু দুটা মুদিবলৈ। চকু দুটা সামান্যভাৱে মোহাৰি এইবাৰ ৰবীনে ধীৰে ধীৰে চকু দুটা মেলি দিলে, যেন জাপ খাই থকা এপাহ ফুলহে নিয়ৰ পাই মুকলি হৈ গ'ল। চকু মেলাৰপৰা দুনাই মেলালৈকে সি যেন যুদ্ধক্ষেত্ৰত নিহত হোৱা সৈন্যৰ দৰে পৰি আছিল আৰু তাৰ আগতে যেন সি সংগ্ৰামত লিপ্ত আছিল। এনেয়ে, অলসভাৱেৰে পৰি থাকি সি সপোনটোৰ কথা ভাবিলে। আচৰিত সপোন! আগবাতি, অৰ্থাৎ শোৱাৰ আগতে সি এনেকুৱা কথা ভাবিছিল নেকি? ক'তা? মনত দেখোন নপৰে! ধীৰে ধীৰে, তাৰ চেতনাত চেতাবৰ মৃদু গুঞ্জৰণৰ দৰে বাজি ৰল ট্ৰেইন এক্সিডেণ্টটোৰ কথা। বাহিৰত ইতিমধ্যে গণ্ডগোল আৰম্ভ হৈ গৈছে। কৰ্মব্যস্ত দিন, কিন্তু ইমান চিঞৰ-বাখৰ কিয়? নিশ্চয় পানী নিবলৈ আহি তৰ্ক কৰিছে। বোধকৰোঁ কোনোবাই পানী আগতে নিবলৈ চেষ্টা কৰাত অন্য এজনে বাধা দিলে আৰু ফলত মেঘৰ গাজনিৰ দৰে শব্দ। টুকুৰা টুকুৰ শব্দবোৰ তাৰ কাণত পৰিলহি। ৰবীনৰ বুজিবলৈ বাকী নাথাকিল যে পানী নিবলৈ আহি তৰ্ক কৰাই সঁচা। কিন্তু কোন কোন আছে তাত? হীৰেন, প্ৰতীম, আলেকজেণ্ডাৰো আছে নেকি? (তাৰ ভায়েক এটাৰ নাম আলেকজেণ্ডাৰ। নামটো সিয়েই দিছিল। আলেকজেণ্ডাৰৰ দৰে দিগ্বিজয়ী মনোভাব তাৰ। সৰুৰেপৰাই হাই-কাজিয়াত সক্ৰিয় অংশ গ্ৰহণ কৰে। এতিয়াও জনাবুজা হ'লতো তাৰ কোনো জ্ঞান হোৱা নাই)। বিছনাৰপৰা উঠিবলৈ চেষ্টা নকৰাকৈয়ে সি মাতকেইটা শুনিবলৈ চেষ্টা কৰিলে।

হঠাৎ ৰবীনৰ মনটো বিষণ্ণ হৈ উঠিল। সপোনৰ ট্ৰেইন এক্সিডেণ্ট, সাৰ পাই উঠিয়েই শুনা কোলাহল, চিঞৰ-বাখৰ আদিয়েই



যেন তাৰ অনাগত দিনটোৰ আগজাননী। বিছনাখনৰপৰা উঠি আঠুৱাখন ভালদৰে দাঙি এনেয়ে গেঞ্জীটো সি দুয়ো হাতেৰে তললৈ টানিলে। কোঁচ-মোচ খোৱা ট্ৰাউজাৰটো আৰু ট্ৰাউজাৰটোৰ আঁৰত লুকাই থকা দেহৰ আটাইতকৈ গোপন অংশলৈ কোঠাটোৰপৰা ওলাই যোৱাৰ আগ মুহূৰ্তত সি এবাৰ সতৰ্ক দৃষ্টিৰে চালে। চেণ্ডেল-যোৰ ভৰিত সুমুৱাই সি দেখিলে যে ৰাতি এটাৰ পিচত এটাকৈ খোৱা চুৰটৰ টুকুৰাবোৰ মুকলি পথাৰৰ মাজত মৰা গৰুৰ হাড় পৰি থকাৰ দৰে পৰি আছে। দৈহিক সম্ভোগৰ পাচত অহা স্বাভাৱিক বিতৃষ্ণাৰ দৰে তাৰ মন ঘৃণাৰে ভৰি পৰিল আৰু অৱশেষত সেই বিতৃষ্ণা, সেই ঘৃণা আদি সকলো জাৰি-জোকাৰি সি কোঠাটোৰ দুৱাৰখনৰ খিলি খুলিবলৈ গৈ এক মুহূৰ্ত স্তব্ধ হৈ ৰৈ গ'ল। সিফালৰ কোঠাটোত (এতিয়া যি কোঠাৰ মাজেদি সি পাৰ হৈ যাব) নাৰীকণ্ঠৰ গুঞ্জৰণ। কৈছেঃ "এৰি দিয়া। যাওঁ। দাদাই সাৰ পাইছে বোধকৰোঁ...। ৰাতিপুৱাতে আমাৰ এই অৱস্থাত...।" খিলি খুলিবলৈ দাঙি নিয়া হাতখন তাৰ অতৰ্কিতে ধীৰে ধীৰে তললৈ নামি আহিল। অসাৰ হৈ গ'ল যেন তাৰ হাতখন, অকল হাতখনেই নহয় সমগ্ৰ শৰীৰ যেন অসাৰ হৈ পৰিছে। অলপ লৰচৰ কৰিলেই যেন সিহঁতে গম পাই যাব। সিহঁত মানে তাৰ ভনীয়েক আৰু বলীন। ৰবীনে জানে।

জানে নহয়--ইমান দিনে গম পাইছে যে বলীন আৰু তাৰ ভনীয়েকৰ মাজত এটা মধুৰ সম্পৰ্ক ধীৰে ধীৰে গঢ়ি উঠিছে। এই কথা জনাৰ পাচত, বিশেষকৈ বলীনৰ লগত ভনীয়েকৰ এটা সম্পৰ্ক গঢ়ি উঠাত সি ক্ষুব্ধ হ'বলগীয়া কাৰণ একো নাই। বৰং বলীনৰ নিচিনা এজন কৰ্মঠ ল'ৰাই তাৰ ভনীয়েকৰ পাণি গ্ৰহণ কৰিবলৈ বিচাৰিলে সি আনন্দেৰে সন্মতি জনাব। এজন সুযোগ্য পাত্ৰ বিচাৰি এজনী ছোৱালী উলিয়াই দিয়া আজিকালি বৰ কঠিন কাম। তেনে

স্থলত তাৰ ভনীয়েকে ভাল কামকে কৰিছে। কিন্তু বলীনে যদি কেৱল সুযোগহে গ্ৰহণ কৰিবলৈ বিচাৰে তেতিয়া হ'লে কি কৰিব তাৰ ভনী-য়েকে? এই সুযোগটো সিয়েই দিয়াইছে। সিয়েই তো বলীনক মাজে-সময়ে লৈ আহে সিহঁতৰ ঘৰলৈ।

মুখেৰে এটা শব্দ কৰি দুৱাৰখনৰ খিলিত হাত দি সি অলপ সময় এনেয়ে ৰ'ল। হঠাৎ তাৰ চকু পৰিল কোঠাটোৰ এটা চুকলৈ—ওলোমাই থোৱা এম্ব্ৰইডাৰী কৰা এষাৰি বাক্যলৈ: 'সুখ সপোনত শান্তি মৰণত'। লগে লগে মনত পৰিল চিনাকীলৈ। মৰমৰ উপহাৰ-স্বৰূপে চিনাকীয়ে তাক এদিন সেইখন উপহাৰ দিছিল। চিনাকীৰ কথা ভবাৰ লগে লগে, চিনাকীয়ে এম্ব্ৰইডাৰী কৰা বাক্যশাৰীলৈ চাই তাৰ এনে লাগিল যেন কাৰোবাৰ অতনু স্পৰ্শত পুৱাৰ কুহেলিকা এক নিমিষতে অন্তৰ্ধান হ'ল। শুষ্ক ক্ৰমদলত যেন ফুলি উঠিছে শ্যামল অঙ্কুৰ। ...ইংৰাজী স্কুলৰ ষষ্ঠমান শ্ৰেণীলৈ পঢ়া চিনাকীয়ে এদিন তাক লগ পালে।

দুৱাৰখন খুলি দিয়াৰ লগে লগে এটা শব্দ হ'ল। লগে লগে অধিক পোহৰ সোমাই কোঠাটো উজ্জ্বল কৰি তুলিলে। অৰ্ধশায়িত অৱস্থাত বলীনে কিবা আলোচনী এখন মেলি লৈ ভাবৰাজ্যত মগ্ন। বলীনক দেখাৰ লগে লগে সি মুখলৈ এটা হাঁহিৰ ভাব আনিলে।

"গুড মৰ্ণিং।"

"গুড মৰ্ণিং"—প্ৰত্যুত্তৰত বলীনে ক'লে।

স্বাভাৱিক ভাৱেৰেই ৰবীনে ক'লে, "তুমি বোধকৰোঁ বৰ সোনকালে সাৰ পালা। চাহ-তাহ দিলেহিনে নাই?"

"সেই বিষয়ে তুমি চিন্তা কৰাৰ প্ৰয়োজন নাই। তুমি হাত-মুখ ধুই আহা। মই তোমালৈকে বাট চাই আছোঁ।"

ৰবীন ওলাই গ'ল ধীৰে ধীৰে। পিচ ফালৰ বাৰাণ্ডাখনতে থিয়



দি সি বাহিৰৰ প্ৰকৃতিলৈ চালে। বসন্তৰ গাভৰু প্ৰকৃতি আৰু এটা উজ্জ্বল চিকুণ পুৱা। পিচ ফালৰ কাপোৰ মেলিবলৈ থোৱা তাঁৰডালত ওলমি আছে দুখনমান মেলি দিয়া তিতা তিয়নী। পুৱাৰ মৃদু বতাহত তিতা তিয়নীৰ আগে ধীৰে ধীৰে ঢৌ খেলি গৈছিল।

এঙামুৰী এটা দি ৰবীনে ভনীয়েকক মাতিব খুজিও নামাতিলে। হঠাৎ তাৰ ভাব হ'ল যেন কাৰোবাক মতা মানেই এতিয়া বিৰক্তি দিয়া। পাকঘৰত ৰান্ধনী সোমোৱাৰ সঙ্কেত। ৰান্ধনী তাৰ নবৌ-ৱেক। কোনো কথাত কেতিয়াও প্ৰতিবাদ নকৰা সহজ সৰল নবৌৱেক-জনীৰ কথা ভবাৰ লগে লগেই তাৰ মনলৈ শ্ৰদ্ধাৰ ভাব এটা নামি আহিল। কেতিয়াবা, বৰ্তমান পৰিস্থিতিত নাৰীৰ কথা ভাবিলে আৰু সেই প্ৰসঙ্গতে তাৰ নবৌৱেকৰ কথা মনত পৰিলে নাৰীৰ প্ৰতি থকা তাৰ সহজাত ধাৰণা একেবাৰে সলনি হৈ যায়। অতীজৰ মূৰ্তি-মন্ত নাৰীৰ ৰূপ এতিয়া উলঙ্গপ্ৰায়, কিন্তু তাৰ নবৌৱেকৰ দৰে নাৰীও দেখোন এই দিনত আছে।

"দাদা!"

ভনীয়েক জোনালীৰ মাতত যেন সি সম্বিৎ ঘূৰাই পালে। শব্দটো ভাহি অহাৰ ফালে সি উভতি চালে। বাহিৰৰ ৰ'দৰ ফালে মুখ কৰি থকাৰ কাৰণেই বোধকৰোঁ সি ভিতৰ ফালে অন্ধকাৰ দেখিছিল। সন্ধ্যাৰ আগ মুহূৰ্তৰ দৰেই ঘৰৰ ভিতৰখন। অকল ঘৰৰ ভিতৰখনেই নহয়, সিহঁতৰ ঘৰৰ প্ৰত্যেকৰে যেন মনৰ ভিতৰখনো দিনে দিনে ধূসৰ হৈ পৰিছে। শান্তিৰে অকণমান সময়ৰ বাবে গছৰ ডাল এটাত জিৰণি লওঁ বুলি বহা কপৌ চৰাইজনীয়েও চিকাৰীৰ লোলুপ দৃষ্টিৰ হাত সাৰিব নোৱাৰি পলাই ফুৰাৰ দৰে সময়ে যেন তাকো খেদি লৈ ফুৰাইছে। বয়স হোৱাৰ লগে লগে, ঘৰখনৰ কথা ভাবিব পৰা হোৱাৰ লগে লগে তাৰ মনৰ মাজৰপৰাও 'শান্তি' বোলা শব্দটো ডেউকা কোবাই কোবাই কেনিবাদি উধাও হৈ গুচি গৈছে।

বিস্কুট, দুটাৰে সৈতে চাহ একাপ খাই ৰবীন সোমাই গ'ল বলীন থকা কোঠাটোলৈ। আলহী হিচাবে বলীনক ভালকৈয়ে খুওৱা হ'ল। সি ভিতৰতেই খাই ল'লে। আকৌ তাৰ মনলৈ আহিল, বলীন আৰু জোনালীৰ কথা। পুৱাই সিহঁতে পৰস্পৰে পৰস্পৰক পাইছে? মনত সন্দেহ লৈ হ'লেও কথা পাতিছে। মনৰ কথা, আৰু সিহঁতৰ কথা গম পায়ো সি নোপোৱাৰ ভাও জুৰিছে। আজিৰ সভ্যতাই এনেকুৱা। এটা উচ্ছৃঙ্খল ল'ৰাৰ লগত যদি জোনালীয়ে সম্পৰ্ক গঢ়ি তুলিব খুজিলেহেঁতেন তেতিয়াহ'লে সি বাধা দিলেহেঁতেন।

কোঠাটোলৈ সোমাই গৈয়ে সি দেখিলে ৰমেশক। বলীনৰ লগত ৰমেশো বহি আছে। ৰমেশক দেখি এক মুহূৰ্তৰ বাবে সি অপ্ৰস্তুত হ'ল যদিও সেই কথা ৰমেশক জানিবলৈ নিদি হাঁহি মুখে তাক ৰাতিপুৱাৰ সম্ভাষণ জনালে। ৰমেশৰ লগত একো কথা-বতৰা নহওঁতেই অতৰ্কিতে পিচফালৰপৰা কোনোবাই আক্ৰমণ কৰাৰ দৰে বলীনে খুব উচ্ছ্বসিত সুৰেৰে ক'লে, "কালি ঘটনা এটা ঘটি গ'ল, জানানে নাজানা?"

বলীনৰ কথাত ৰবীনৰ চকু বলীনৰ মুখত এনেভাৱে স্থিৰ হৈ ৰ'ল যেন বলীনে এইমাত্ৰ ঘটনাটো কৈ নিদিলে আৰু এটা ঘটনা ঘটি যোৱাৰ সম্ভাৱনা।

কালি সন্ধ্যা লাগি ভগাৰ পাচতে যশোৱন্ত সিং, মলিন মহন্ত আৰু বাগিচাৰ এজন মেনেজাৰক বৰ মাৰধৰ কৰিলে। জানাই নহয় তেওঁলোকৰ প্ৰকৃতি! কিন্তু কালি মুখা খোল খাই গ'ল বোলে। এখন গাড়ীত ছোৱালী এজনীৰে সৈতে তিনিও-জনক আবিষ্কাৰ কৰিলে। ছোৱালীজনীকো চিনি পাবা—সেই 'কটেজ ইণ্ডাষ্ট্ৰিজ'ত যে কাম কৰে।"

"তুমি কেনেকৈ গম পালা?" ৰবীনে সুধিলে।



"এইমাত্ৰ ৰমেশে ক'লে।"

ৰমেশৰ কথা কোৱাৰ লগে লগে ৰবীনৰ চকু ৰমেশৰ ফালে গ'ল। ৰমেশেও তাৰ ফালে চাইছিল। কোনো কথা নোসোধাকৈয়ে ৰমেশে ক'লে,

"মই তেতিয়া টাউনতে আছিলোঁ।"

"কিন্তু মাৰধৰ কৰা কেইজন কোন?"

ৰমেশে উত্তৰ দিবলৈ নৌ পাওঁতেই বলীনে ক'লে, "মাৰ-ধৰ কৰা কেইজন যেয়ে নহওক লাগে, কিন্তু এটা কথা সত্য যে তেওঁলোকৰ প্ৰকৃতিও ভাল নহয়। কাৰণ, উদ্দেশ্যই যেতিয়া বেয়া, তেতিয়া হ'লে তাতেই তেওঁলোকৰ স্বৰূপ নিহিত হৈ থকা নাই জানো? তদুপৰি এটা কথাই দেখ দেখ প্ৰমাণ কৰে যে তেওঁলোকে অসৎ দলটোৰ পুং খেদিবলৈ যথেষ্ট কষ্ট কৰিব-লগীয়া হৈছে। অৰ্থাৎ এই চিন্তাতেই তেওঁলোক বহুত দিন ধৰি নিমজ্জিত।"

গুৰিতে ধৰি কাটি পেলোৱাতকৈ গছ এজোপা গুৰিৰে সৈতে নিৰ্মূল কৰা ভাল। তেতিয়া গজালি মেলাৰ কোনো ভয় নাথাকে। প্ৰসঙ্গৰপৰা প্ৰসঙ্গলৈ জঁপিয়াই গ'ল আলোচনা। খাই এৰা চাহকাপৰ অৱশিষ্ট চাহখিনিত আহি অকস্মাতে এটা মাখি পৰিলহি। ৰবীনে নিজকে বচাবলৈ আপ্ৰাণ চেষ্টা কৰা মাখিটোলৈ চালে। প্ৰত্যেক জীৱৰেই যদি আত্মা থাকে তেতিয়াহ'লে মাখি-টোৰ আত্মা সিহঁতৰ চকুৰ আগেদি কেনি গুচি যাব! নিজৰ মনকে নিজে প্ৰশ্ন কৰি ৰবীনে পেঁটে পেটে হাঁহিলে। মানুহৰ মনবিলাক সঁচাকে অস্থিৰ, অসহায় হৈ পৰিছে নে কি? নে পৃথিৱীত সিয়েই কেৱল 'হেমলেট'। কালি ৰাতিৰপৰা সি কি চিন্তা কৰিছে কেৱল সিহে জানে! স্কুলৰপৰা ওলাই আহি চিনাকীলৈ মনত পৰাত চিনাকীৰ ঘৰ পালেগৈ।

তাতে গধূলি হ'ল। চিনাকীৰ মাকৰ টান নৰিয়া। সেই অৱস্থাত সি ওলাই অহাৰ কথা ভাবিও ওলাই আহিব নোৱাৰিলে। সাধাৰণ শিক্ষক বুলি জানিও চিনাকীৰ মাকে তাক মৰম কৰে। বোধকৰোঁ কিবা এটা আশা কৰিয়েই। আৰু শিক্ষকতা কৰাৰ কাৰণেই বোধকৰোঁ সি বৰ অনুভূতি-প্ৰৱণ। ৰাতি আহি ঘৰ সোমায়েই লগ পালে বলীনক। এনেয়ে বহুত দিন লগ নোপোৱাৰ কাৰণেই বলীন আহিছিল আৰু তাৰ বাবে অপেক্ষা কৰি আছিল। কথা-বাৰ্তা হোৱাৰ পাচত সিহঁতৰ ভাত খোৱাৰো সময় হৈছিল। ভাত খোৱাৰ পাচত আৰু যোৱাৰ প্ৰশ্ন নাই। স্কুলৰ ল'ৰা-ছোৱালীক বুজোৱাৰ ভাগৰ, তদুপৰি কওঁ-নকওঁকৈ নবৌৰেকে মনে মনে তাক কোৱা কথাবোৰৰ চিন্তাই তাক অনেক ৰাতিলৈকে আমনি কৰিলে।

হঠাৎ ৰবীনৰ উপলব্ধি হ'ল—সি যেন বৰ অসহায়! সাগৰৰ মাজত পৰি যেন সি ককবকাই আছে। সচেতন মনেৰে সি ৰমেশ আৰু বলীনৰ কথাত যোগ দিছিল যদিও কোন্, কেতিয়া, কি কথা কৈছিল সি ক'ব নোৱাৰে। বলীন আৰু ৰমেশৰ অলক্ষিতে সি এখন অন্য ৰাজ্যত বিচৰণ কৰি ফুৰিছিল। সেই বাবেই অন্যমনস্কভাৱে সি বলীন আৰু ৰমেশৰ কথা শলাগি যোৱাৰ বাদে একো ক'ব নোৱাৰে। অৱশেষত ৰমেশৰ লগতে বলীন ওলাই যোৱাৰ কথা ক'লতহে যেন সি চেতনা ঘূৰাই পালে।

স্কুল থকাৰ কাৰণেই আৰু স্কুললৈ যোৱাৰ সময় ক্ৰমাৎ চমু চাপি অহাৰ কাৰণেই বলীন আৰু ৰমেশক অলপ দূৰ আগবঢ়াই দিয়েই সি ঘূৰিল। এসময়ৰ চিকুণ, নিৰ্মল পুৱাটো ক্ৰমাৎ তীব্ৰ হৈ আহিল। হঠাৎ ৰবীনৰ উপলব্ধি হ'ল যেন অবাবতেই সি সময়-বোৰ খৰচ কৰিছে। অসাৰ্থক স্বপ্ন-বিলাসেৰে যেন তাৰ মন ভাৰাক্ৰান্ত। পুৱাৰ হুলস্থূল চিঞৰ-বাখৰ, নবৌৰেক, ভনীয়েক— এই সকলো-



বিলাক তাৰ চকুৰ আগেদি পাৰ হৈ গ'ল। চিনাকী? মাকৰ বা এতিয়া কেনেকুৱা? কিন্তু ঘৰখন ইমান নিমাও মাও-কিয়? "আলেক-জেণ্ডাৰ, হীৰেন, প্ৰতীম—" অজানিতেই সি চিঞৰি দিলে।

"কেলেই সিহঁতক?"

ওচৰতে মাত শুনি সি ঘূৰি চালে। দেখিলে—ভগা, পুৰণি বেতৰ চকীখনত বহি দেউতাকে দূৰলৈ চাই চাই তাক উদ্দেশ্য কৰি কৈছে।

"টুটুক (আলেকজেণ্ডাৰ) পঠিয়াই দিছোঁ ৰহমান ডাক্তৰক মাতি আনিবলৈ। এতিয়া অৱশ্যে নহয়। সময় পালে আহিবলৈ ক'বলৈ কৈছোঁ। হীৰেনক পঠিয়াইছোঁ ওচৰৰ দোকানখনলৈ। তহঁতে তো ফৰ্মাচ দিব হে জান। ঘৰখনত কিবা আছেনে নাই তাৰ তো খবৰ নাই! এটা কথা, আজিয়েই তই ককায়েৰালৈ এখন টেলিগ্ৰাম কৰি দে। সোনকালে অহাৰ কথা লিখিবি। এতিয়াই আহি একেবাৰে বিহুৰ পাচত যাব। কেইদিন মানৰ ছুটী লব লাগিব বোধকৰোঁ। তাক এবাৰ চোৱাৰ হেঁপাহ মোৰ হৈছে। তদুপৰি নবৌয়েৰাৰ মনটোও এই কেইদিন মৰা মৰা যেন দেখিছোঁ। আজি বৰ বেয়া সপোন এটা মই দেখিছোঁ।"

সপোনৰ কথা ক'লত চাত কৰে মনত পৰিল সি দেখা সপোন-টোলৈ।

"স্বপ্নোনিদ্ৰামুপেতস্য বিষয়ানুভৱস্তু যঃ সঃ স্বপ্ন—" নিদ্ৰা অৱস্থাত বিষয় অনুভৱৰ নামেই স্বপ্ন। কিন্তু স্বপ্ন, সপোন, সমাজিক—যিয়েই নহওক লাগে—সপোন, সপোনেই। কি সপোন দেখিছিল দেউতাই? তাৰ দৰে ঠিক একেই সপোন নে কি?

"দাদা, তোৰ স্কুললৈ যোৱাৰ সময় হ'লহি। সোনকালে গা ধুই ল'। ভাত হৈ আছে।"

ভনীয়েক জোনালীৰ মুখলৈ ৰবীনে চালে। ঘৰখনত টাকুৰী

ঘূৰাদি ঘূৰি, সংসাৰৰ কথা চিন্তা কৰি যেন জোনালী শেঁতা পৰি গৈছে। কিন্তু এজনী জীয়াৰী ছোৱালীয়ে সংসাৰখনৰ কথা কিয় চিন্তা কৰিবলগীয়া হৈছে ? তাইৰ অবিহনেওতো এই ঘৰখন চলিব লাগিব।

দেউতাকে কোৱা কোনো কথাৰ উত্তৰ নিদি আৰু জোনালীৰ কথাৰো কোনো উত্তৰ নিদিয়াকৈ ঘৰৰ ভিতৰলৈ গ'ল ৰবীন। অলপ আগবাঢ়ি গৈয়ে ৰবীন থমকি ৰ'ল আৰু পিচলৈ ঘূৰি চাই জোনালীক মাতিলে। জোনালী ওচৰ চাপি আহিল।

"কিয় মাতিছিলি ?"

"আৰু ওচৰ চাপি আহ, তেতিয়া কম।"

জোনালী ওচৰ চাপি গ'ল। ক'লে, "ক, কি ক'ব খুজিছিলি।"

প্ৰকৃততে বলীনৰ কথা কৈ ৰবীনে জোনালীক জোকাব খুজিছিল। কাৰণ হঠাৎ তাৰ মনত পৰিছিল ঃ "অল হিউমেন হেপিনেছ ইজ বায়লজিকেল হেপিনেছ।" সেইবাবে কিন্তু হঠাৎ কথাষাৰ কিদৰে ক'ব একো ভাবি নাপাই ৰবীন মনে মনে ৰৈছিল। তদুপৰি এনেকৈ বলীনৰ কথা ক'লে তাইৰ মনলৈ আনন্দৰ পৰিবৰ্তে সংশয় আহিব পাৰে বুলিও সি থমকি ৰৈ গৈছিল। তাৰ পৰিবৰ্তে সি ক'লে, "কিবা ভাল কথা এটা কম বুলিয়েই মাতিছিলোঁ, পাচত কম স্কুলৰপৰা আহি।"

জোনালী আঁতৰি যাওঁতে ৰবীনে লক্ষ্য কৰিছিল—তাইৰ মুখখনত হাঁহিৰ আভাস।

ৰবীনো আঁতৰি গৈছিল। ধীৰে ধীৰে, কচ্ছপৰ দৰে, মন্থৰ গতিত।